# নীলমণি ফুকনৰ

# চিন্তাধাৰা

শ্ৰীদিলীপ চৌধুৰী, এম, এ.
ৰাষ্ট্ৰবিজ্ঞান বিভাগ, কটন-কলেজ।
গুৱাহাটী, অসম।





দত্ত বৰুৱা এণ্ড কোম্পানী
গুৱাহাটী-১ : অসম।

**Orator Nilmani Phookan, and his thinking :—Sri Nilmani Phookan, a noted poet and writer of Assam expresses his views on educational, political, Economic, Social and allied topics of our country. It is written by Prof. Dilip Chowdhury in the form of questions and answers**

---


প্ৰকাশক

শ্ৰীমুণীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা, এম, এ,

দত্ত বৰুৱা এণ্ড কোম্পানী

গুৱাহাটী : অসম



প্ৰথম প্ৰকাশ—জুন, ১৯৭২



মূল্য—পাচ টকা।



মুদ্ৰক

শ্ৰীগুৰু প্ৰেছ

মালীগাঁও, অসম।

## আশীষ বচন

অষ্টোত্তৰ শত তুমি প্ৰশ্ন কৰিলা
ভাবিছা নিশ্চয় হ'ব তাৰ প্ৰশ্নোত্তৰ
অষ্টোত্তৰ শত নীলোৎপল উপচাৰ
অকাল বোধন কালে শক্তি অৰ্জ্জনৰ
নাভাবিলা সি যে মাথো কথনাৰ ফুল
গন্ধবিহীন শেতা মুখৰ বৰণ
শ্বেত পদ্মজ্ঞানে অৰ্পণ বাণী-চৰণত
অনুকম্পাবশে কৰে জানোচা গ্ৰহণ
নশলাগি থাকিব যে নোৱাৰো
তোমাৰ ক্ষিপ্ৰগতি যিটো অনুসন্ধিৎসু
মনৰ, আশীষ কৰিছো বাণী-কৃপা
লভি হোৱা যোগ্য পূজাৰী যেন
বাণী-মন্দিৰৰ।

— ককা—
শ্ৰীনীলমণি ফুকন

॥ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী

শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী দেৱৰ নামত

শ্ৰদ্ধাৰে উচৰ্গা কৰা হ'ল ॥



## ভূমিকা

অসমৰ জাতীয় জীৱনত এক বিচিত্ৰ ভূমিকাৰে বাগ্মীবৰ শ্ৰীনীলমণি ফুকনদেৱ এক একক ব্যক্তি। অসমৰ ইমূৰৰপৰা সিমূৰলৈ 'ককা' বুলিলে যদি এজনকে বুজাব লাগে, তেতিয়া সেয়া হ'ল তিৰানব্বৈ বছৰীয়া ফুকনদেৱ। ককাৰ প্ৰতিভা বহুমুখী, কৰ্মজীৱনো বহুমুখী। ককা কবি, প্ৰবন্ধকাৰ , ককা ৰাজনীতিক, সমাজসেৱী আৰু সমাজৰ চিন্তানায়ক। সমস্ত জীৱন তেওঁ উছৰ্গা কৰি আহিছে জন-গণৰ সেৱাত। পৃথিৱীত মহাশান্তিৰ কামনাৰে তেওঁ আজিও মৈত্ৰীৰ বাণী উদাত্ত স্বৰে প্ৰচাৰ কৰিব লাগিছে। সমাজত থকা এশ এটা সমস্যা সম্পৰ্কে তেওঁৰ চিন্তা সদায় অতন্দ্ৰ। আজিও দহোটা ডেকাৰ শক্তিৰে ককাই ভ্ৰমণ কৰে, সভা-সমিতিত যোগদান কৰে , আজিও তেওঁ দেশৰ চিন্তা আৰু কৰ্মৰ বোজা পিঠি পাতি ল'বলৈ সাজু।

এনে এজন পুৰুষৰ ব্যক্তিত্ব আৰু চিন্তাধাৰাৰ বিষয়ে যে দেশবাসীয়ে বহুল-ভাৱে জানিব লাগে, এই বিষয়ে দ্বিতীয় এটা মত হ'ব নোৱাৰে। সুখৰ বিষয় ককাই নিজেই জীৱনস্মৃতি লিখা আৰম্ভ কৰিছে। তাৰ মাজেদিযে তেওঁৰ বিচিত্ৰ জীৱনৰ বহুল ছবি এখনৰ বাহিৰেও যোৱা শতেক বছৰৰ সমাজখনৰ আভাসো আমি নিশ্চয় পাম। কিন্তু বৰ্তমানখনি পুথিৰ যোগেদি ফুকন ডাঙৰীযাৰ জীৱন আৰু চিন্তাৰ কাষ চাপিবৰ যি যত্ন কৰা হৈছে, সি এটি প্ৰশংসনীয় উদ্যম হৈছে। অধ্যাপক দিলীপকুমাৰ চৌধুৰীযে অষ্টোত্তৰ শত প্ৰশ্নৰ মাজেদি ককাৰ-পৰাই ককাৰ মনৰ ছবি আঁকিবৰ যত্ন কৰিছে। ককাৰ জ্ঞান আৰু অভিজ্ঞতা-সমৃদ্ধ এই আলেখ্যই বহুতৰে চিন্তাৰ বাট মুকলি কৰিব পাৰিব আৰু বহুতক নতুন পথৰ সন্ধান দিব পাৰিব বুলি আশা হয। শ্ৰীচৌধুৰীৰ প্ৰশ্নাৱলীৰ পৰিসৰ ব্যাপক হৈছে, শিক্ষানীতি, ৰাজনীতি, সমাজনীতিৰ বহুতো কথাই সামৰিছে। ককাৰ উত্তৰ সেইদৰে অনুভূতি আৰু ধীৰে সমৃদ্ধ হৈ সুখপাঠ্য হৈছে। প্ৰশ্ন আৰু উত্তৰবিলাক শিক্ষা, ৰাজনীতি আদি বিষয় অনুসৰি অধ্যায বিভাগ কৰা হৈছে। এই অধ্যায বিভাগৰ মাজেদি ককাৰ বিবিধ বিষযৰ চিন্তা শৃঙ্খলাবদ্ধভাবে প্ৰকাশ পাইছে আৰু লগে লগে ককাৰ জীৱনৰ বিভিন্ন দিশও তাতে প্ৰতিফলিত হৈছে।

গতিকে, অধ্যায় বিলাকত প্ৰশ্নকাৰীৰ প্ৰশ্নৰ উত্তৰেই কেৱল দিয়া হোৱা নাই, তাৰ মাজত নীলমণি ফুকন মানুহজন বিবিঙি ওলাইছে। ককাৰ ৰচিত কবিতা আদি বিবিধ লেখাৰ পটভূমি ৰূপে বৰ্ত্তমান পুথিখনি সাহিত্য অনুৰাগীসকলৰ বাবে অতি উপাদেয় আৰু সহায়ক হ'ব। সুখৰ বিষয় গুণীৰ গুণ বুজি 'ৰাষ্ট্ৰীয় সাহিত্য একাডেমী'যে ককাক 'ফেলো' ৰূপে বৰণ কৰি লৈছে। ই আমাৰে সৰ্ব্বপ্ৰকাৰে গৌৰৱৰ বিষয়। ককাৰ জয় হওক।

শ্ৰীমহেশ্বৰ নেওগ
জৱাহৰলাল নেহেৰু অধ্যাপক
গুৱাহাটী বিশ্ববিদ্যালয়।

## মোৰ কবলগীয়া

কটন কলেজৰ অধ্যাপক শ্ৰীদিলীপ চৌধুৰীৰ "লিখকৰ বক্তব্যতে'' পুথিখনৰ বিষয়ে সকলো কথা প্ৰকাশ পাইছে। আমি মাত্ৰ ইমানকে ক'ব খোজো— প্ৰশ্নবিলাকৰ উত্তৰ আমাৰ নিজ অভিজ্ঞতাৰ কথাহে। তাত অধিকাৰ থকা যোগ্যজনৰ সিদ্ধান্ত আছে বুলি কেৱেঁ নধৰে যেন। প্ৰশ্নোত্তৰবিলাক আমাৰ নিজৰ অভিজ্ঞতাৰ পৰা দিয়া হৈছে কাৰণে স্থিৰ সিদ্ধান্ত বুলি আমি হয়তো ভাবিব পাৰো। সেই বুলি তাক যোগ্যজনৰ চিন্তাপ্ৰসূত প্ৰকৃত সিদ্ধান্ত বুলি ধৰিবৰ কোনো কাৰণ নাই। গতিকে আমাৰ প্ৰশ্নোত্তৰবিলাকৰ প্ৰকৃত উত্তৰ সুধী-সমাজৰ পৰাহে আহিব, আমাৰ প্ৰশ্নোত্তৰ কেৱল মাত্ৰ সহায়ক ( **thought provoking** ) হ'ব। সেযে আমাৰ পক্ষেও গ্ৰহণীয়।

পুথিখনি অধ্যাপক শ্ৰীচৌধুৰীয়ে যুগুত কৰা আজি প্ৰায় দুবছৰ মানেই হ'ল। কিন্তু ধনৰ অভাৱত আজি অ'তদিন পৰি আছিল। বৰ্তমান অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই প্ৰকাশকলৈ ৪,০০০ ( চাৰি হাজাৰ ) টকাৰ অনুদান এটি আগবঢোৱাত পুথিখনি প্ৰকাশ কৰা সম্ভৱ হৈছে। এই সাহায্যৰ বাবে আমিও শ্ৰীসিংহ ডাঙৰীয়ালৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গুৱাহাটীৰ মালীগাঁৱৰ শ্ৰীগুৰু প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীমুণীন্দ্ৰ দত্ত বৰুৱাই পুথিখনিৰ দায়িত্ব বহন কৰি সোনকালে ছপা কৰি দিয়া বাবে তেওঁক আশীৰ্ব্বাদেৰেই ধন্যবাদ জনালো।

যোৰহাট, অসম
৩১।১২।৭১

শ্ৰীনীলমণি ফুকন

## লিখকৰ বক্তব্য

অসমৰ প্ৰবীণ কবি, সাংবাদিক আৰু শিক্ষাবিদ শ্ৰীযুত নীলমণি ফুকনৰ লগত গুৱাহাটী চাৰ্‌কিট হাউচত এবাৰ সাক্ষাৎ হোৱাৰ সৌভাগ্য মোৰ হৈছিল। তেখেত কটন কলেজৰ সম্বৰ্দ্ধনা সভাত ( ২৬ আগষ্ট, ১৯৭০ ইং ) যোগদান কৰিবলৈ গুৱাহাটীলৈ আহিছিল। সম্বৰ্দ্ধনাৰ পাচত চাহ্-মেলত কটন-কলেজৰ উপাধ্যক্ষ শ্ৰীযুত তাৰিণীকান্ত ভট্টাচাৰ্য্য মহোদয়ে শ্ৰীফুকন ডাঙৰীযাৰ সৈতে মোক চিনাকি কৰি দিয়ে। চিনাকি হোৱাৰ পাচত মই যেতিয়া তেখেতৰ লগত এটি সাক্ষাৎকাৰ লবৰ অভিমত প্ৰকাশ কৰিলোঁ, তেতিয়া তেখেতে মোক চাৰ্‌কিট হাউচলৈ গৈ লগ ধৰিবলৈ কলে।

সাক্ষাৎকাৰটোৰ ভিতৰত যিবোৰ প্ৰশ্ন দিয়া হৈছে সেইবোৰ মই শ্ৰীযুত ফুকনদেৱক সুধিছিলোঁ আৰু প্ৰশ্নৰ উত্তৰবোৰ তেখেতে দিছিল। সমাজব্যৱস্থা, শিক্ষাব্যৱস্থা, ৰাজনীতি আদি বিভিন্ন সমস্যাৰ ওপৰত তেখেতে যিবোৰ মতামত প্ৰকাশ কৰিছে, সেইবোৰ তেখেতৰ নিজৰ দৃষ্টিভঙ্গী। কাৰোবাৰ লগত এই দৃষ্টিভঙ্গীৰ মিল হবও পাৰে, নহবও পাৰে। অসমৰ এজন জনপ্ৰিয় কবি আৰু শিক্ষাবিদৰ জীৱন দৰ্শন ব্যক্ত কৰা কথাখিনি মই বিশেষকৈ আমাৰ ৰাইজৰ ওচৰলৈ আগবঢালোঁ। আশা থাকিল যে ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহে তেখেতে কোৱা কথাখিনি অলপ চিন্তা কৰি চাব। তিৰানব্বৈ বছৰীয়া জীৱনত শ্ৰীযুত ককাই বহুতো সুখ-দুখপূৰ্ণ অভিজ্ঞতা লাভ কৰিছে। তেখেতে পাইছে ৰাইজৰ শ্ৰদ্ধা আৰু অভিনন্দন। তেখেতৰ জীৱন ঘটনাবহুল। তেখেতৰ ভাষাত কবলৈ গলে—"মই এতিয়াও ডেকা হৈ আছো আৰু ডেকা হৈ থাকিম।" তেখেতৰ দীঘলীয়া জীৱনৰ সকলোখিনি ঘটনাৰ কথা বা বিভিন্ন বিষয়ৰ ওপৰত তেখেতৰ নিজস্ব অভিমত এই সংক্ষিপ্ত সাক্ষাৎকাৰৰ মাজেদি প্ৰকাশ কৰিব নোৱাৰি। সাক্ষাৎকাৰ কালত তেখেতৰ সৈতে গঢ়ি উঠা সম্বন্ধৰ কথা মই জীৱনত পাহৰিব নোৱাৰিম। তেখেতে মোক নিজৰ নাতিৰ নিচিনাকৈ মৰম কৰে। তেখেতৰ বিষয়ে যে অলপ কিবা লিখিব

পাৰিছোঁ এই ভাবিয়েই নিজকে ধন্য মানিছোঁ। মই লিখক, কবি বা সাহিত্যিক নহয়। মোৰ পৰিচয় শিক্ষক। শিক্ষকতাৰ মাজত পোৱা আজৰি সময়ত অতি সাধাৰণ প্ৰচেষ্টাৰ মাধ্যমেৰে তেখেতক মোৰ আন্তৰিক অভিনন্দন আৰু শ্ৰদ্ধা জনাইছোঁ। দেশৰ তথা বিশেষকৈ অসমৰ মঙ্গলৰ কাৰণে অসমৰ যুৱক-যুৱতীসমূহৰ মাজত ককাৰ চিন্তাধাৰা যদি জীয়াই থাকে তেনেহলে মই নিজৰ পৰিশ্ৰম আৰু সাক্ষাৎকাৰ সফল হৈছে বুলি আন্তৰিক ভাবে ধৰি লম।

বহুতে হয়তো ভাবিব পাৰে যে তেখেতে কৈ যোৱা কথাখিনিৰ মাজত নতুনকৈ চিন্তা কৰিবলগীয়া বা শিকিবলগীয়া একো নাই। সেই কাৰণে তেখেতৰ চিন্তাধাৰা আগবঢোৱা হৈছে সমাজৰ সাধাৰণ মানুহৰ কাৰণে, বিশেষকৈ ছাত্ৰ আৰু শিক্ষক সম্প্ৰদায়ৰ উদ্দেশ্যে, কাৰণ কিতাপৰ সৰহভাগ প্ৰশ্নই আমাৰ ভাৰতীয় সমাজৰ অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু শিক্ষামূলক। তেখেতে প্ৰতিকাৰ অৰ্থাৎ বিভিন্ন সমস্যাৰ শান্তিপূৰ্ণ সমাধান কেনেকুৱাকৈ কৰিব লাগিব সেইটো কৈ গৈছে।

দেশৰ মঙ্গলৰ বাবে ৰাইজে আৰু শেষত ভাৰত চৰকাৰে তেখেতৰ চিন্তা-ধাৰাৰ কথা সহানুভূতিৰে বিবেচনা কৰি চাব পাৰে। কিন্তু এইটো মই ঠিক জানো যে এইবোৰ বিবিধ সমস্যাৰ সমাধান এটা যুগত সম্ভৱ নহয়,—বহুতো সময় লাগিব। নতুন নতুন আঁচনি, বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু চৰকাৰে গঠন-মূলক কাম হাতত লব লাগিব। অকল কাগজ-কলমৰ আঁচনিত সন্তুষ্টপৰ নহয়। বাস্তৱত পৰিকল্পনাবোৰ ৰূপায়িত কৰিব পৰাকৈ হব লাগিব। আজিৰ দিনৰ এই অশান্তিপূৰ্ণ অৱস্থাৰ মাজতো আমাৰ দেশৰ এনেকুৱা কিছুমান মানুহ জীয়াই আছে, যিসকলে তেওঁলোকৰ সেৱা দেশৰ কাৰণে আগবঢাইছিল, কিন্তু আমি তেখেতসকলক পাহৰি গৈছোঁ, কাৰণ তেখেতসকল বুঢা হৈ গৈছে বুলি কওঁ। তেখেতসকলৰ সাহিত্য-প্ৰতিভাৰ স্বীকৃতি আমি দিব নাজানো, ই অতি পৰিতাপৰ কথা। মানুহ মৰি গলেহে সভা-সমিতি পাতি তেখেতসকলক আমি সমালোচনা কৰোঁ। উদাহৰণ স্বৰূপে, ৺পদ্মনাথ গোহাঞি বৰুৱা, ৺ৰজনী কান্ত বৰদলৈ, সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱা আৰু ৺আনন্দৰাম বৰুৱা আদি সাহিত্যিক পণ্ডিত সকলৰ বেলিকা হৈছে। "এজন সাহিত্যিক আৰু তেওঁৰ চিন্তাধাৰাৰ বিষয়ে তেওঁ জীৱিত থকাকালত তেওঁৰ পৰা যিমান-খিনি জানিব পাৰি, সেইটো তেওঁ ঢুকোৱাৰ পাচত আৰু নোৱাৰি।"—এই মূল্যবান কথাটো আজি আমাৰ অসমীয়া সমাজৰ বুদ্ধিজীৱী সৰ্কলে চিন্তা কৰি চাব লগা হৈছে। এই প্ৰসঙ্গত কব পাৰি যে আমাৰ বুঢা মানুহবিলাকৰ

মাজতো যে তৰুণশক্তিক উৎসাহ, অনুপ্ৰেৰণা আৰু দেশত নবজাগৰণ আনিবৰ কাৰণে অগ্নিস্ফুলিঙ্গ লুকাই আছে, সেইবোৰ খবৰ আজি কোনোবাই কৰিছে নে নাই নাজানো ? যদি কোনোবাই কৰিও থাকে তেনে মানুহৰ সংখ্যা নিচেই কম ।

শ্ৰীফুকনদেৱ অসমৰ এনে এজন সন্মানীয় ব্যক্তি যিজনে এতিয়াও তিৰানব্বই বছৰতো "মনত আৰু কামত", নবীন ডেকা হৈ আছে । এই বয়সতো তেখেত অসমৰ বিভিন্ন ৰাজহুৱা সভা-সমিতিৰ সন্মানীয় পদত অভিষিক্ত । এনেকুৱা এজন বাগ্মীবৰ আৰু সাহিত্যিক ব্যক্তিক মই অনুৰোধ জনাইছিলো তেখেতৰ চিন্তাধাৰা ৰাইজৰ অবগতিৰ কাৰণে আগবঢ়াবলৈ । তেখেতৰ চিন্তাধাৰাৰ উপকাৰিতা ( যদি কোনোবাই ভাবে আছে বুলি ) আছেনে নাই সেইটোৰ বিচাৰ শ্ৰদ্ধেয় ৰাইজে কৰিব বুলি আশা কৰিলোঁ ।

কিতাপখনৰ বিষয়ে ৰাইজৰ পৰা মূল্যবান অভিমত আৰু বক্তব্য লিখকে অতি শ্ৰদ্ধা আৰু আনন্দেৰে গ্ৰহণ কৰিব । কিতাপখন লিখাত কিবা যদি ভুল-ত্ৰুটী থাকে, তাৰ বাবে শ্ৰদ্ধেয় সুধী সমাজে মোক ক্ষমা কৰে যেন । তেখেত সকলৰ মূল্যবান দিহা-পৰামৰ্শই গ্ৰন্থখনিৰ পৰবৰ্ত্তী সংস্কৰণৰ সমৃদ্ধিত সহায় কৰিব বুলি মোৰ দৃঢ় বিশ্বাস । কিতাপখন প্ৰকাশ কৰাত আৰ্থিক সাহায্য আগবঢোৱাৰ বাবে অসম চৰকাৰৰ শিক্ষাবিভাগক মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো ।

পাণ্ডুলিপিখন ছপাখানাত দিয়াৰ আগতে অসীম কষ্ট আৰু ধৈৰ্য্যৰে চাই দিয়াৰ বাবে মোৰ সহকৰ্মী বন্ধু কটন কলেজৰ ৰাষ্ট্ৰবিজ্ঞান বিভাগৰ অধ্যাপক শ্ৰীযুত সুৰেন্দ্ৰমোহন মহন্তক, এম, এ, ( ডাবল ), অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীৰমেশ পাঠক, এম, এ, আৰু বি, বৰুৱা কলেজৰ অধ্যাপক শ্ৰীযোগেশ দাস এম, এ, লৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো । কিতাপ আকাৰে সাক্ষাৎকাৰটো উলিযাবৰ কাৰণে প্ৰথমৰ পৰা মোক অনুপ্ৰেৰণা দিয়াৰ কাৰণে কটন-কলেজ ৰাষ্ট্ৰবিজ্ঞান-বিভাগৰ যুৱৰ্কা অধ্যাপক শ্ৰীযুত ৰূপেশ পাল এম, এ, ডি, ফিল, অৰ্থনীতি বিভাগৰ অধ্যাপক শ্ৰীদিলীপ বৰুৱা, এম, এ, শুভাকাঙ্ক্ষী শ্ৰীপ্ৰশান্ত মিত্ৰ বি, ই, আৰু লিখক বন্ধুবৰ শ্ৰীনাৰায়ণ ৰায়ক অশেষ ধন্যবাদ জ্ঞাপন কৰিছো । গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৱাহৰলাল নেহেৰু অধ্যাপক ডঃ মহেশ্বৰ নেওগদেৱে মূল্যবান ভূমিকা এটি লিখি দি পুথিখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে । তাৰবাবে শ্ৰদ্ধেয় ডঃ নেওগদেৱক মোৰ আন্তৰিক কৃতজ্ঞতা জনালো ।

সর্ব্বশেষত, শ্ৰীযুত ফুকনদেৱৰ ওচৰত সাক্ষাৎকাৰ লোৱাৰ সুযোগ আৰু সময় দিয়াৰ কাৰণে মই চিৰকৃতজ্ঞ। অসম তথা ভাৰতৰ যি সকল সন্মানীয় ব্যক্তিয়ে মোৰ এই কিতাপত তেখেত সকলৰ মূল্যবান আশীৰ্ব্বাদ দি আৰু শুভেচ্ছা বাণী পঠাই কিতাপখনৰ গুৰুত্ব আৰু সৌন্দৰ্য্য বৃদ্ধি কৰিছে তেখেত সকলক মোৰ আন্তৰিক শলাগ জনাইছো। পৰিশেষত শ্ৰীযুত মুণীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাক কিতাপখন সুন্দৰভাবে ছপা কৰি উলিয়াই দিয়াৰ বাবে আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জনাইছো।

মোৰ এই সাক্ষাৎকাৰটো যদি কাৰোবাৰ অকণমান ভাল লাগে, তেনেহলে নথৈ আনন্দ পাম। সদৌ শেষত আমাৰ সকলোৰে প্ৰিয় ককা আৰু অসমীয়া সাহিত্যৰ একনিষ্ঠ পূজাৰী বাগ্মীবৰ শ্ৰীনীলমণি ফুকনদেৱৰ দীৰ্ঘজীৱন, সুখ আৰু শান্তিৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছো।

শ্ৰীদিলীপ চৌধুৰী, এম, এ,
ৰাষ্ট্ৰবিজ্ঞান-বিভাগ, কটন-কলেজ।
গুৱাহাটী, অসম।

গুৱাহাটী
৫ জুন '৭২

# সূচীপত্ৰ



## পৰিশিষ্ট

# জীৱনী

(১) (ক) আপোনাৰ জন্ম কোন ঠাইত, কেতিয়া হৈছিল ?

ডিব্ৰুগড়ত, ইংৰাজী ১৮৮০ চনত, জুন মাহৰ ২২ তাৰিখে
( ১৮০২ শকাব্দৰ আহাৰ মাহৰ ৭ তাৰিখ )

(খ) আপোনাৰ পিতৃদেৱ আৰু মাতৃদেৱীৰ নাম ?

৺লম্বোদৰ ফুকন আৰু ৺চন্দ্ৰাৱলী দেৱী।

(গ) আপোনাৰ ভাই-ভনী কেইজন ?

ককাই-ভাই দুজন আৰু এজন ভাই সৰুতে ঢুকাল।
বাইদেউ তিনি গৰাকী আৰু ভনী এজনী।

(২) আপোনাৰ ছাত্ৰ জীৱনৰ শিক্ষা ক'ত ক'ত হৈছিল ?

অসমত সেই সময়ত অসমীয়া মাধ্যমেৰে বিদ্যালয় নথকাত বঙ্গলা ভাষাতে ছাত্ৰ বৃত্তি পাছ কৰো ডিব্ৰুগড়ৰ পৰা। ১৯০০ চনত ডিব্ৰুগড়ৰ পৰাই প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰো। সেই বছৰ গোটেই অসমৰ প্ৰথম বিভাগত পাছ কৰা ছাত্ৰৰ সংখ্যাহে মুঠেই ১৩ জন। আজি কটন কলেজত ১০০ জন লৰাই পাছ কৰিলে পৰীক্ষাৰ ফল ভাল নহয় বুলি সমালোচনা হয, কিন্তু সেই সময়ত গোটেই অসমৰ পৰীক্ষাৰ্থীযেই এশজন নাছিল। মই ১৯০০ চনত কলিকতা প্ৰেচিডেন্সি কলেজত ভৰ্তি হলো। পিছত জাতীযতা ভাৱত অসমত কলেজ হোৱাৰ কাৰণে "কটন কলেজলৈ" অসমৰ আটাইখিনি লৰা গুছি আহিলো। কটন কলেজলৈ আহিবৰ কাৰণে কলিকতাত থকা অসমীযা ছাত্ৰ-ছাত্ৰী সকলৰ বৰ হেপাহ আছিল। এইখন কলেজ অসমৰ প্ৰথম চৰকাৰী কলেজ ৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল আৰু পাছত অসমৰ এটি বিখ্যাত শিক্ষা প্ৰতিষ্ঠান বুলি ভাৰতৰ সকলো মানুহে জানিছিল। আমাৰ দিনত কলেজখন কলিকতা বিশ্ববিদ্যালযৰ অধীনত আছিল। মাজতে দুবছৰ বেমাৰ হোৱাৰ কাৰণে পঢ়াশুনাত ক্ষতি হ'ল। আকৌ কটন কলেজৰ পৰা ১৯০৫ চনত ইণ্টাৰ-

মিডিয়েট পৰীক্ষা পাছ কৰি পিছত কোচবিহাৰ কলেজৰ পৰা ১৯০৭ চনত বি, এ, পাছ কৰিলো। এই সময়ত মোৰ পৰম সৌভাগ্য যে বিশ্ববিখ্যাত শিক্ষাবিদ শ্ৰীব্ৰজেন্দ্ৰ নাথ শীলৰ চৰণ ছাঁয়াৰ তলত শিক্ষা লাভৰ সুযোগ পাইছিলো। আহিবৰ সময়ত তেখেতে এটা কথা কৈছিল। "তোমাদেৰ শঙ্কৰ মাধৱ মহাপুৰুষ, তাদেৰ সমসাময়িক যত বৈষ্ণৱ ধৰ্ম্মেৰ প্ৰবৰ্ত্তক ছিলেন, তাদেৰ ভেতৰে, তাৰাই অতি উচুদৰেৰ ধৰ্ম্ম প্ৰৱৰ্ত্তক ছিলেন। শঙ্কৰ মাধৱ দেৱেৰ ধৰ্ম্মবিষয়ক জ্ঞান লাভ কৰতে চেষ্টা কৰিও"। আজি কব পাৰো গুৰু বাক্য অথলে নগল, এই দুজনা গুৰুৰ পূত ভূমি অসমত জন্মলৈ নিজকে ধন্য মানিছো। তেখেতে আৰু কৈছিল "দেখ, বাগানেৰ মুহুৰী কাজ কৰলেও, এৰা দুই ধৰ্ম্মগুৰুকে কখনও ভুলবেনা" এইজন মহাগুৰু শিক্ষকৰ কথা মই আজিও পাহৰিব পৰা নাই। ছাত্ৰ জীৱনত মই এজন "মনিটৰ" আছিলো, কিন্তু যেতিয়া বোৰ্ডিঙলৈ গধূলী মোতকৈ ওপৰত পঢ়া লৰা অলপ দেৰিকৈ আহিছিল, মই কেতিযাও ঠিক সময়ত আহিছে বুলি লেখি থোৱা নাছিলো। এইবাবেই স্বভাৱতেই মোৰ সমনীয়া লৰাবোৰে মোক ভাল পোৱা নাছিল। আজি ছাত্ৰ সমাজে এই কথাটো ভাবি চাব পাৰে। এইবাবে তেখেতে মোক বৰ ভাল পাইছিল, আৰু আহিবৰ সময়ত এখন ছাৰ্টিফিকেট দিছিলে। তাত তেখেতে লিখিছিল—"**He is altogether fit for any responsible position**",

আজি যদি মই তৰুণ শক্তিৰ বিশেষকৈ "ককাৰ শ্ৰদ্ধা" লাভ কৰিব পাৰিছো, তাৰো কাৰণ মোৰ ছাত্ৰ জীৱনত স্বৰ্গীয় ব্ৰজেন্দ্ৰ নাথ শীল, আচাৰ্য্য পি, চি, ৰয আৰু জগদীশ চন্দ্ৰ বসুৰ দৰে মহান শিক্ষাবিদ সকলৰ জীৱনেদি পোৱা প্ৰেৰণাৰে।

আজি ৯১ বছৰ বযসত সেই কালৰ শিক্ষক আৰু শিক্ষাৰ্থী'ৰ ভিতৰত পিতা পুত্ৰৰ মাজত থকাৰ নিচিনাকৈ যি শ্ৰদ্ধা আৰু স্নেহ আছিল সেই পৰিৱেশ বাণী মন্দিৰত গঢি তুলিবলৈ গুৰুকুল আৰু শিক্ষাৰ্থী সকলে যত্ন কৰা অতি প্ৰযোজনীয় বুলি ভাবো। সমাজত বযোজ্যেষ্ঠ আৰু কনিষ্ঠ উভযদলে গভীৰ ভাবে চিন্তা কৰি চোৱা উচিত। মোৰ বোধেৰে আজিৰ এই অস্থিৰ সমাজত তেনে ধৰণৰ সম্বন্ধ স্থাপন হলে অনেকখিনি স্থিৰতা আহি পৰিব।

এনেতে ডিব্ৰুগডত ৰাজহুৱা ভাবে "জৰ্জ ইনষ্টিটিউশ্যন" স্থাপন কৰা হল। তেতিয়া প্ৰতিঃস্মৰণীয় ডাক্তৰ লক্ষ্মীপ্ৰসাদ চলিহা আদি নেতৃস্থানীয় সকলে সেই

স্কুলৰ গুৰি ধৰিবলৈ মোক উদগাই দিলে। এনেতে সকলো শ্ৰেণীৰ বাবে স্কুলৰ ঘৰ দুৱাৰ নথকা অৱস্থাত চাৰ আৰ্চডেল আৰ্ল শাসন কৰ্ত্তা হিচাবে স্কুল পৰিদৰ্শন কৰে। সোমাওতেই কয় "Headmaster, I believe, this is the worst building of the town". তেতিয়া মোৰ একৰকম মুখ শুকাযে গৈছিল, কিন্তু উত্তৰত কলো—"Yes sir, you are correct and public has started this institution, because of the fact, that the University has limited number of admissions in each class from this year, So, if the government assures us that there will be no refusal of admissions in the Government School, we will close this institution atonce We have no proprietory interest in the school, which will be run even at a loss three years and I am rendering my service as honorary". স্কুল পৰিদৰ্শন কৰি "ভিজিটৰ বুকত" (Visitors Book) ডিব্ৰুগড়ত এই স্কুলৰ দৰকাৰ আছে বুলি ভালকৈ লিখিছিল। ডি, পি, আযে (D.P I) তেতিযা স্কুলখন সাহায্য প্ৰাপ্ত কৰি (Aided Basis) লবলৈ কৈ আমাক ঘৰ আৰু মাটিৰ বাবে Plan and Estimate দিবলৈ কলে। সেইমতে, সেই মহৰ পৰা মাহিলি ৩০০ টকা মঞ্জুৰী (Grant) দিযে আৰু ২৫,০০০ টকা Capital Grant মঞ্জুৰ কৰি চৰকাৰী গেজেটত প্ৰকাশ কৰে। দুৰ্ভাগ্যক্ৰমে তাৰ কেইদিন মান পাছতেই জাৰ্মান যুদ্ধ ঘোষিত হয আৰু লগে লগে Capital Grant বন্ধ হৈ যায। তেতিযাই মোৰ সন্ধিক্ষণ উপস্থিত হয। বি, এল, ফাইনেল পৰীক্ষা দিবৰ নিমিত্তে সকলোৱে মোক জোৰ কৰে। নিজৰ ঘৰৰ অৱস্থা চাই পৰীক্ষা দিযাটো উচিত বুলি মই ভাবিছিলো। আনহাতে স্কুলখন এৰি থৈ গলে, বন্ধ হ'ব এই চিন্তা কৰোতে এক ৰকম ৰাতি টোপনি নোহোৱা অৱস্থা ঘটিছিল।

এনেতে হঠাত Booker Washinton-ৰ আত্ম জীৱনীখন মোৰ হাতত পৰে। যি জন নিগ্ৰো নেতাই "তাছগাজী বিশ্ববিদ্যালয" স্থাপন কৰে তেওঁৰ আত্ম-জীৱনীৰ আৰম্ভনীতে পাওঁ "I do not know, who is my father, I am told that I was born in a plantation of an European parent" এই আত্ম-জীৱনীখন সম্পূৰ্ণ ৰূপে পঢ়িলো। কব নোৱাৰো কিয মোৰ মনৰ পৰিৱৰ্ত্তন, হঠাতে, সেই মুহূৰ্ত্তত আহিল। ভাবিলে আচৰিত হব লাগে যে যিজন লৰা এজন ক্ৰীতদাস হৈ নিজৰ জীৱদ্দশাতে নিগ্ৰো সকলৰ বাবে এটা বিশ্ববিদ্যালয স্থাপন কৰি জগত বিখ্যাত হৈ গল, যিজনে নিজৰ বাপেক

কোন আছিল, তাকো নাজানে আৰু মই নিজৰ এটা বংশ গৌৰৱ থকা পৰিয়ালত জন্ম গ্ৰহণ কৰিও, নিজৰ দেশত শিক্ষা বিস্তাৰ কৰিব কিয় নোৱাৰিম? এয়ে মোৰ জীৱনৰ আদৰ্শ পৰিৱৰ্ত্তনৰ মুহূৰ্ত্ত। সেই অনুপ্ৰেৰণাই মোক শিক্ষাব্ৰতী কৰিলে, তাত কিমানদূৰ কৃতকাৰ্য্যতা লাভ কৰিলো, সেইযা ৰাইজে বিচাৰ কৰিব। কিন্তু সেই আদৰ্শত অনুপ্ৰাণিত হৈ আজিও শিক্ষা বিস্তাৰৰ লগত সম্বন্ধ ৰাখিব পাৰিছো, এইবাবে মই উকিল নোহোৱাত অনুতপ্ত হোৱা নাই। সুদীৰ্ঘ ৬০ বছৰ কাল এই শিক্ষা বিস্তাৰৰ আলমতে নানা ক্ষেত্ৰত আন্তৰিকতাৰে সেৱাৰ ভাবে কাম কৰি এটা অনিৰ্ব্বচনীয় আনন্দৰ পৰিৱেশত সামান্য জীৱন হলেও, অতি সন্তোষেৰে কটাব পাৰিছো। অভিজ্ঞতাৰে কওঁ, তৰুণ সমাজ। তোমালোকে য'তে ত'তে এটা আদৰ্শমুখী জীৱনৰ সৰু বৰ কাম সমান আন্তৰিকতাৰে কৰি যোৱা, ফলাফলৰ বাবে চিন্তা নকৰাকৈ—দেখিবা জীৱনটো অন্ততঃ অথলে যোৱা নাই বুলি আত্মপ্ৰত্যয় জন্মিব।

(৩) আপুনি কি খেল ভাল পায়?

ক্ৰিকেট খেল। ছাত্ৰ থকা কালত ক্ৰিকেট খেলিছিলো।

(৪) আপোনাৰ হবি (Hobby) কি?

ছাত্ৰাৱস্থাত শাক-পাছলি, ফুলনিৰো বাগিছা কৰা (Gardening) চখ আছিল। এতিয়া দিনত কিবা এটা কামত নিজক ব্যস্ত কৰি ৰখাই চখ। ডেকা কালত সভা-সমিতিত বক্তৃতা দিবলৈ বৰ ভাল পাইছিলোঁ।

(৫) আপোনাৰ জীৱনত কোন কোন ব্যক্তি আৰু কিতাপে (Personality) অনুপ্ৰেৰণা যোগাইছে?

সেই কালীন বঙ্গদেশৰ মনিষী সকলৰ মাজত শিক্ষা ক্ষেত্ৰত বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰ, ৰাজনৈতিক ক্ষেত্ৰত চাৰ সুৰেন ব্যানাৰ্জী, ঋষি অৰবিন্দ ঘোষ, বিপিন পাল আদি স্বাধীনতা সংগ্ৰামৰ নেতা সকলৰ সান্নিধ্য লাভ কৰি প্ৰেৰণা পাইছিলো। কিতাপৰ ভিতৰত ধৰ্ম্মগ্ৰন্থ বিলাক যেনে, গীতা, ৰামায়ণ, মহাভাৰত আৰু উপনিষদ, জীৱন চৰিতৰ ভিতৰত **Nepoleon's life, Raja Ram Mohan Roy's Book** আদি কিতাপবোৰ পঢ়ি আনন্দ পাইছিলো।

ইয়াৰ বাহিৰেও ছাত্ৰাৱস্থাত অসমৰ গুণাভিৰাম বৰুৱাৰ পৰা আৰম্ভ কৰি জোনাকীযুগৰ যি সকল সাহিত্যিক আৰু দেশৰ নেতৃস্থানীয় ব্যক্তি জন্মিছিল, সৌভাগ্যক্ৰমে তেওঁলোক সকলোজনৰে সান্নিধ্য লাভ কৰি নিজে যেন ভবিষ্যতে তেওঁলোকৰ দৰে হব পাৰো এই অনুপ্ৰেৰণা জীৱনত পাইছিলো।

(৬) আপোনাৰ ৰচনা সম্ভাৰৰ থূল-মূল পৰিচয় দিবনে ?

মই এতিয়া নিজৰ জীৱন চৰিত লিখি আছো। ইয়াৰ উপৰিও মই বহুত বাতৰি কাকতত বিভিন্ন প্ৰবন্ধ, কবিতা আদি লিখিছো—লিখা কিতাপবোৰ হ'ল—

১। জ্যোতিকণা
২। মানসী
৩। গুটিমালী
৪। জিঞ্জিৰি
৫। অমিত্ৰা
৬। সন্ধানী
৭। সাহিত্য কলা
৮। শতধাৰা
৯। আহুতি
১০। মৰ্ম্মবাণী
১১। চিন্তামণি
১২। জয়াতীৰ্থ
১৩। মৰা ডালৰ কুহিপাত
১৪। মহাপুৰুষীয়া ধৰ্ম্ম
১৫। শঙ্কৰৰ ভক্তিমাৰ্গ

(৭) আপুনি ভগবানত বিশ্বাস কৰেনে ?

আন্তৰিক ভাবে কৰো। ঈশ্বৰৰ আশীৰ্ব্বাদ নহলে কোনো মানুহে কামত সফলতা অৰ্জন কৰিব নোৱাৰে। ভগবানত বিশ্বাস স্থাপন নকৰিলে উপায় নাই। ই চিৰ সত্য কথা। 'সত্যমেব যস্মাদব্ৰতেতি।' সৃষ্টিৰ আদি কাৰণ কি —এই প্ৰশ্নতেই ঈশ্বৰৰ বিশ্বাস বা চিৰ সত্যৰ অনুভূতি।

(৮) আপুনি আজিলৈকে কিমান তীৰ্থস্থান ভ্ৰমণ কৰিছে ?

অসমৰ পৰা "ভাৰত দৰ্শনৰ" দল যেতিয়া যায় সেই দলৰ নেতৃত্ব কৰিবৰ দায়িত্ব মোৰ ওপৰত দিয়া হৈছিল। আমি ভাৰতৰ বিভিন্ন তীৰ্থস্থান কাশ্মীৰৰ পৰা কন্যাকুমাৰিলৈকে দৰ্শন কৰিছিলো। তীৰ্থভ্ৰমণ কৰি থকা অৱস্থাত মই ডেকা সকলক কৈছিলো যে মই যদি কেনেবাকৈ কাশী-বৃন্দাবন বা জগন্নাথ ধামত মৰো, সেইবিলাক ঠাইত মোক সৎকাৰ নকৰি কোনোমতে মোৰ দেহটো ৰেলগাড়ীত আনি অসমৰ সীমা পাৰ হোৱা মাত্ৰেই অসমৰ হাবিলৈ লাগে মাৰি পঠিযাবা, একো হানি নহয়। তাত আপত্তি নাই, কাৰণ সৰ্ব্বোপৰি জন্মান্তৰ আছে যদি মই আকৌ অসমতে উপজিবলৈ ইচ্ছা কৰো—তীৰ্থতকৈও শ্ৰেষ্ঠ অধিক মোৰ জন্মভূমি। মাতৃ অসম জননীৰ কোলাত মোৰ হাড কেইডালে ঠাই পাব, মাটিৰ সাৰ বাঢ়িব। তাতেই মোৰ পূণ্য। "জননী জন্মভূমিশ্চ স্বৰ্গাদপী গৰীয়সী" তেনেস্থলত তীৰ্থ কি বস্তু ?

(৯) আপুনি বিদেশলৈ গৈছিলনে নাই ?

মই প্ৰথমে বিশ্ব শান্তি কংগ্ৰেছৰ প্ৰতিনিধি হৈ মস্কোলৈ ১৯৬২ চনত যাওঁ। তাৰ পাচত আকৌ জুনৰ ১৯ তাৰিখে ১৯৬৯ চনত বিশ্ব কংগ্ৰেছেৰ প্ৰতিনিধি হৈ জাৰ্মাণীৰ ৰাজধানী বাৰ্লিন চহৰ দৰ্শন কৰো। বাৰ্লিন দৰ্শনৰ ওপৰত এখন কিতাপো লিখিছো। ১৯৬৯ৰ জুলাইৰ ১ তাৰিখে বাৰ্লিনৰ পৰা চোভিযেট দেশৰ নিমন্ত্ৰণত মস্কোলৈ যাওঁ। মস্কোৰ পৰা লেনিনগ্ৰেডলৈ আৰু টাছকাণ্ডলৈ যাও আৰু টাছকাণ্ডত চোভিযেট ৰাইজে কৰি দিয়া শাস্ত্ৰীৰ স্মৃতিমন্দিৰ দৰ্শন কৰো। এই ভ্ৰমণত মই প্ৰচাৰ দপ্তৰৰ অনুৰোধত তিনটা ৰেডিও যোগে বাণী শুনাও। (১) বাৰ্লিন আৰু ৰাচিযালৈ বিদায়, (২) মানুহ মাত্ৰেই বিদ্ৰোহী আৰু (৩) গান্ধী আৰু লেনিন জগতৰ সৰ্ব্বোত্তম শান্তি স্থাপক। প্ৰথম বাণীটো প্ৰচাৰ দপ্তৰৰ অনুৰোধত মই অসমীযাত দিছিলো।

(১০) জীৱনৰ শেষ মুহূৰ্ত্তত আপুনি ক'ত থাকিব খোজে ?

জীৱনৰ শেষ মুহূৰ্ত্তত এই ৯১ বছৰ বয়সতো আকৌ গোটেই পৃথিবীখন এপাক মাৰি আহো এই ভাব মনত সদায় খেলাইছে। এনে স্থলত জীৱনৰ এই শেষ দিন কেইটা কোনো এখন বিশেষ ঠাইত কটাম এই ভাব মনত এতিয়ালৈকে অহা নাই, আৰু নাহে।

(১১) আপুনি ৯১ বছৰ বয়সত ইমান কৰ্ম্মীহৈ কেনেকৈ আছে ?

মই এই ৯১ বছৰ বয়সতো কৰ্ম্মীহৈ আছো, তাৰ একমাত্ৰ কাৰণ হল সদায় প্ৰফুল্ল মনেৰে থাকো। বয়স যদিও হৈছে, তথাপি মনৰ ফালে মই তৰুণ, মোৰ জীৱনত শোক, হতাশাৰ বা দুখৰ কোনো স্থান নাই। সদায়ে মই হাঁহি মুখে থাকিবৰ চেষ্টা কৰো। এতিয়া মই বহুত দূৰ বাট খোজ কাঢ়ি যাব পাৰো। শাৰীৰিক ভাবে মই দুৰ্বল হৈ গৈছো কথাটো কেতিয়াও নাভাবো।

(১২) আপুনি আৰু জীয়াই থাকিব খোজে নেকি ?

এই কথা মোক বহুতে সোধে। তুমি এই কথাটো সোধাত আচৰিত হৈছো কাৰণ আজি কালি তোমালোকে সভাই সমিতিয়ে চিঞৰি চিঞৰি কোৱা "ককা 'শতায়ু হওক'', কোনোবাই একোজনে কৈ পেলোৱা, ককাই ছকুৰি বছৰ আয়ুস পাওক, আৰু সচাকৈয়ে এই যুগৰ ঋষি সন্ত বিনোৱাই "ফুকনজী একশো বৰ্ষ জিন্দা ৰহেঙ্গে" বুলি সদায় কয়। তেন্তে তোমালোকে এশ বছৰ থাকিম বুলি নিশ্চয়েই আশা কৰিছা, সিদিনা বেজবৰুৱা জন্মশত বাৰ্ষিকী পালন কৰিবৰ সময়তো যোৰহাটৰ সাহিত্য সভাৰ "চন্দ্ৰকান্ত সন্দিকৈ" হলটো ৰং চং দি ভাল কৰোতে মই ধেমালিতে কৈছিলো "হওক তেও বেজবৰুৱা মৰি জন্মশতবাৰ্ষিকী উপলক্ষে সাহিত্য সভাৰ ঘৰটোৰ ৰং চং লগোৱালে। তেনেতে তোমাৰ দৰে এজন ডেকাই মাত লগাই কলে "আপুনি ককা, এশ বছৰ জীয়াই থাকি অ মাৰ অভিনন্দন লব, তেতিয়া এই সাহিত্য সভাৰ ঘৰটো আৰু জাক-জমক কৰি দুতুলিলে আমাকতো আপুনিয়েই সুদাই এৰিব জানো" ? তেতিয়া মই কলো, "বুজা গল। মোৰ জন্ম শত বাৰ্ষিকী মৰাৰ পিছত কৰিবলৈহে তোমাৰ ইচ্ছা, কাৰণ তোমাৰ কথাত প্ৰকাশ পাইছে যে ককা মৰাৰ পিছত সভাত প্ৰস্তাৱ এটা কৰিলেই হব"। এতিয়াও তোমাৰ প্ৰশ্নৰ উত্তৰত মই কও যে মৃত্যুৰ ওচৰ চাপিছো, তোমাৰ ওচৰত কও সেই কথা মনলৈ অহা নাই। মনলৈ নহাটো তুমি অৱশ্যে কেনে দেখিছা সেই কথা মই নাজানো।

(১৩) অসম সাহিত্য সভাৰ লগত আপোনাৰ সম্বন্ধ সম্বন্ধে অলপ কবনে ?

দুবাৰ মই অসম সাহিত্য সভাৰ সভাপতি আছিলো। প্ৰথমবাৰ সাহিত্য

সভা কেবা বছৰো মৃত অৱস্থাত থকাৰ পিছত শিৱসাগৰ সাহিত্য সভাত মই সভাপতিত্ব কৰো। সেই সময়ত সাহিত্য সভাৰ পুজিৰ ঘৰ শূন্য আছিল। সভাপতিৰ আসনৰ পৰা মই আজীৱন সভ্য ১০০ টকীয়া কৰিবলৈ প্ৰস্তাৱ কৰো আৰু সভাই মোৰ এই প্ৰস্তাৱ গ্ৰহণ কৰে। সভা স্থলতে প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাদেৱে তেতিয়াই ১০০ টকা দি প্ৰথম আজীৱন সভ্য হয়। সন্মিলনৰ পাছতে আমি নিজে আৰু সেইকালৰ সম্পাদক স্বনামধন্য ডিম্বেশ্বৰ নেওগদেৱৰ সৈতে দুমাহ ধুবুৰীৰ পৰা সদীয়ালৈকে ভ্ৰমণ কৰি ১০০ জন আজীৱন সভ্যৰ দহ হাজাৰ টকাৰ পুজি সংগ্ৰহ কৰো। তাৰ পিছৰ বাৰ ডিব্ৰুগড়ৰ সন্মিলনতো মোক সভাপতি নিৰ্বাচন কৰে। সাহিত্য সভাত মই সদায় উপস্থিত থাকো। হস্পিতেলত বেমাৰৰ বাবে পৰি থকাত, কেৱল মাত্ৰ নলবাৰী অধিবেশনলৈ যাব নোৱাৰাত বাণীতীৰ্থৰ পুণ্যৰ পৰা বঞ্চিত হলো যেন অনুভৱ কৰিছিলো।

(১৪) বাৰ্লিন আৰু ৰাচিয়া দেখি কোনখন দেশ আপোনাৰ বেছি ভাল লাগিল আৰু কিয় ?

প্ৰথমবাৰ ৰাচিয়াত ২১ দিন আৰু দ্বিতীয়বাৰ ৰাচিয়াত ৭ দিন আৰু বাৰ্লিনত মাত্ৰ ১০ দিন আছিলো। দুইখন দেশেই সম্পূৰ্ণ নিজৰ আৰ্হিত সুসংগঠিত ভাবে গঢ়ি উঠিছে। দূৰৰ পৰা ভাৱ হয় যেন তাত দিনে ৰাতিয়ে মিলিটাৰি কুছকাৱাজহে হয়, কিন্তু তাত সোমালে চাৰিওফালে কেৱল ৰাইজৰ কাম হৈছে বুলিয়েই ধাৰণা হয়। লৰাৰ পৰা বুঢ়ালৈকে দেশখন নতুন আদৰ্শত গঢ়ি তোলা একমাত্ৰ চিন্তা। মানুহ বিলাক মুখে কামে সমানে চলা কাৰণেই উন্নতি পথত আগ বাঢ়িছে। গোটেই দেশখন সমান খোজেৰে আগ বাঢ়ি গৈছে। এটা উদাহৰণ দিওঁ—পাছৰ বাৰ মস্কোলৈ যাওঁতে এজন পুৰণি বন্ধুক সুধিছিলো যে ছবছৰ আগেয়ে মস্কোলৈ আহোতে, মই খাওঁতে ধৰক, একো সাজত ১০ টকা পৰিছিল। এতিয়া কিমান পৰিছে ? তেতিয়া তেওঁ উত্তৰত কলে, সেই অনুপাতে দেখোতে পাচ টকা মানেই পৰিছে, কাৰণ ছবছৰৰ পাছত উৎপাদন বাঢ়ি গৈছে আৰু দামো কমিছে। সেই অনুক্ৰমে খোৱা বস্তুৰ দাম কমিছে। সেইবাবে দুইখন দেশত উন্নতিৰ পথত কোন আগ কোন পাছ ধৰা টান, কিন্তু এটা কথা মন কৰিব লগীয়া যে দুয়োখন দেশে নিজৰ ঐতিহ্য সমানে ৰাখিছে।

(১৫) আপোনাৰ বিয়া কেতিয়া হৈছিল আৰু কাৰ লগত ?

এই প্ৰশ্নটো মোক বহুতে সোধে, কাৰণ বহুতে ভাৱে মোৰ পৰিয়াল আছে আৰু মই বিয়া কৰাইছো। সেই কাৰণে প্ৰশ্নটো বৰ হাঁহি উঠা। এবাৰ Election Boardৰ বৈঠকত মই প্ৰাৰ্থী আছিলো আৰু সেই সময়ত মহিলা বিলাকৰ ভোটাধিকাৰ লৈ তৰ্ক হৈছিল। সেই সভাত Mrs. Kuttiappaই মোক সুধিছিলে "Mr Phookan, do you approve, woman franchise ?" ( অৰ্থাৎ তিৰোতাক ভোটাধিকাৰ দিয়াটো আপুনি সমৰ্থন কৰেনে ? ) উত্তৰত মই কৈছিলো "Not only I approve it, but in press, I wrote an article also, suggesting women franchise long ago" The then Minister, Fakhruddin Ali Ahmed jokingly said to Mrs. Indira Gandhi and Mrs. Kuttiappa "you don't know that Mr. Nilmoni Phookan is a life-long bachelor, so he has no right to speak on behalf of woman's cause." Then I said "In ordinary sense of marriage, I am not married but I am to inform you that I have already been married to my country and to its cause, but, of course, I have not placed all my love in particular woman like my friend Mr. Ali Ahmed" আশাকৰো তোমাৰ প্ৰশ্নৰ উত্তৰটো মই কোৱা এই মন্তব্যৰ ভিতৰতেই পাবা।

(১৬) আপোনাৰ জীৱনৰ এটা স্মৰণীয় ঘটনাৰ উল্লেখ কৰিবনে ?

মোৰ জীৱনত পাহৰিব নোৱাৰা ঘটনাৰ ভিতৰত দুটা ঘটনা এতিয়াও মোৰ মনত পৰিলে মন বিৰক্ত হৈ উঠে। মই যেতিয়া টিংখাঙত বাগিছা খোলো ১৯২৫ চনত, তেতিয়া মোৰ সেই বাগিছাত যিজন ডেকা মেনেজাৰ ৰাখিছিলো, তেওঁ মোৰ বাগান খোলাৰ সোঁ হাত আছিল আৰু প্ৰকৃততে তেওঁৰ উদ্‌গনিতহে সেই কাম হাতত লওঁ। বাগিছাও অতি সুন্দৰ হৈ উঠিছিল। সেই সময়ত মই কাউন্সিলৰ (Council) সদস্য (M.L.C.) আছিলো। নিৰ্বাচনত জয়ীহৈ যেতিয়া বাগানলৈ মই যাওঁ তেতিয়া মোৰ লগত মেনেজাৰৰ জেষ্ঠ দেবেন্দ্ৰ নাথ ৰাজখোৱাও যায়। গৈ পোৱাত মেনেজাৰ

৺যোগেন ৰাজখোৱাই মই মন্ত্ৰী হলে কি কৰিব কি নকৰিব এই বিলাক জল্পনা-কল্পনাৰ কথা কৈছিল। তেতিয়া প্ৰায় সন্ধ্যা সময়। আমি দুয়ো ডিব্ৰুগড়লৈ ঘুৰিবলৈ বঙ্গলাৰ পৰা নামিছো, এনেতে দেবেন ৰাজখোৱাই কলে ৰাতি বহুত হব, এচিলিম ধপাত খাই যাওঁ। এই কথাতে আমি দুয়ো ওপৰলৈ যাওঁ। সেই সুবিধাতে ৺যোগেন ৰাজখোৱাই মটৰখন নিজে চলাই আলিবাটলৈ লৈ যায় ( সেই সময়ত তেওঁ মটৰ চলাবলৈ বৰ হেপাহেৰে শিকিছে। ) মোৰ মুখত ওলাল যে সন্ধ্যা সময় তুমি মটৰখন লৈ নাযাবা। ড্ৰাইভাৰটোক কলো "তই লগত উঠ, তেওঁ কৰবাত পেলাবগৈ পাৰে"। যিটো শঙ্কা কৰিছিলো, সেযে ঘটিল। তেওঁৰ মটৰ খালত পেলালে আৰু অচেতন হৈ পৰিল। গোটেই গাত একোটা টেমুনা (Tumor) উঠিলে। সাঙ্গিকৈ তেওঁক বঙ্গলালৈ অনা হল। ওচৰৰ বাগিছাৰ বুকানন চাহাবলৈ খবৰ দিয়া হ'ল। তেওঁ ডাক্তৰক নিজে লৈ আহিল। ডাক্তৰে যিমানখিনি পাৰে চাই চিতি যত্ন ললে। ৰাতিপুৱাৰ লগে লগে ডিব্ৰুগড়ৰ পৰা ডাক্তৰ আনিবলৈ ঠিক কৰোতেই ককাযেক ৰাজখোৱাই চিঞৰি উঠিল "আহকচোন ইয়াৰ চকু থিৰ হ'ল"। মই সোমোৱাৰ লগে লগে ৺যোগেন ৰাজখোৱাৰ প্ৰাণ বায়ু গল। সন্তাপ পালো। যেন তেওঁক কোনোবাই বচাই দিলে বাগিচাৰ এফাল দিম। আজি এই কথা মনত পৰিলে চকুৰ আগতে যেন এই ঘটনা আজিহে ঘটিছে এনেকুৱা মনত কষ্ট হয়। বাগিছাখন আজিৰ পৰা বহুত বছৰৰ আগতে মোৰ হাতৰ পৰা গ'ল। সেই কথা তেনেই পাহৰিলো, কিন্তু ৺যোগেন ৰাজখোৱাৰ করুণ ঘটনাটো প্ৰায়েই মনত পৰিলে কষ্ট হয়।

তাৰ পিছত ১৯৫০ চনত অসমত ডাঙৰ ভূমিকম্প হৈ গোটেই "আবৰ পাহাৰটো" ( ডিব্ৰুগড়ত ) একেবাৰে খহি আহিল। ব্ৰহ্মপুত্ৰত তেতিয়া যিটো বাণপানী আহিলে, মানুহে তাক "বলিয়া পানী" বুলিছিল। সেই সময়ত মোৰ ভতিজা ৺জীৱন ৰাম ফুকন, যি মোৰ জীৱনৰো জীৱন আছিল, তেওঁ সেই সময়ৰ মন্ত্ৰী শ্ৰদ্ধেয় অমিয়কুমাৰ দাস ডাঙৰীয়াৰ সৈতে ৰিলিফৰ (Relief) কামত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ ( মেছিন ) মাৰ-নাৱত উঠে। সকলো মানুহে মানা কৰা সত্বেও ৰিলিফৰ দলটো নাৱত উঠে আৰু চকুৰ আগতে দুই চাৰি মিনিটৰ পিছতেই উঠি অহা অপৰ্যাপ্ত কাঠ গছৰ মাজত পৰে, তেতিয়া মাৰ নাও দুইখন বেলেগ কৰে, আৰু মুহূৰ্ত্তৰ ভিতৰতে ঘাটত মানুহে হাঁহে বিয়ে কৰি থাকোতে জীৱন উঠা নাওখন অজয মেছ আৰু অন্যান্য ৰিলিফৰ কৰ্ম্মচাৰী সৈতে তৎক্ষণাত ডুবি গল। তাৰ পিছত তেওঁলোকক বিচাৰি চাৰিওফালে নাও গল কিন্তু

কোনো সম্ভেদ নাপালে। তেতিয়া শিৱসাগৰ আৰু যোৰহাটৰ বৰ চাহাবলৈ তাঁৰ (Wireless) কৰিলে। তেওঁলোকেও যাতে ডিচাংমুখ আৰু নিমাতী ঘাটৰ এজেণ্ট সকলে নিজৰ পাইলটদি (Pilot) ব্ৰহ্মপুত্ৰত নিৰীক্ষণ কৰে। এই ঘটনাৰ পাছ দিনাখন ৰাতিপুৱাই বিছনা পত্ৰ বান্ধি মই তেজপুৰলৈ হেমবৰুৱাৰ স্মৃতিসভা এখনলৈ যাবলৈ ওলাইছো, এনেতে মোৰ ওচৰত থকা মহম্মদ ছালেহ আহি মোৰ বন্ধা বিছনা পত্ৰ দেখি সুধিলে "আপুনি জীৱন ফুকনৰ ঘটনাৰ আৰু কিবা সংবাদ পাইছেনে"? তেতিয়া মই কলো "কি ঘটনা"? তেওঁ আচৰিত হৈ আকৌ সুধিলে "আপুনি ডিব্ৰুগড়লৈ যাবলৈ ওলোৱা নাই জানো? আৰু কলে "কালি দুপৰীয়া জীৱন ফুকন নাওডুবি কেনি গ'ল, এতিয়ালৈকে কোনো খবৰ পোৱা নাই বুলি এই মাত্ৰ "তাৰ" (Telegram) আহিছে। তেতিয়া মই হতভম্বহৈ তেজপুৰলৈ যাব নোৱাৰো বুলি জৰুৰী খবৰ পঠাই, ডেপুটি কমিশ্যনাৰৰ তালৈ গৈ মনৰ সেই অৱস্থাতে তেওঁ কিয় মোক কালি জনোৱা নাই বুলি অতি কটুক্তি কৰিলো। কিন্তু তেওঁ মোৰ অৱস্থা বুজি মোৰ কথাত কোনো বিৰক্তি নেদেখুৱালে। তেতিয়াই শ্ৰদ্ধেয় ৰাধানাথ বৰঠাকুৰৰ মটৰত ডিব্ৰুগড়লৈ ৰাওনা হলো। বাটত ডিচাংমুখলৈ গৈ তাত জাহাজৰ এজেণ্টক দেখা কৰি কিবা সংবাদ পাইছেনে খবৰ কৰিলো। তেওঁ দুখকৈ একো নাই পোৱা বুলি জনোৱাত, ডিব্ৰুগড়লৈ ৰাওনা হলো। যেতিয়া ট্ৰাঙ্ক ৰোডৰ (Trunk Road) পৰা আমাৰ ঘৰৰ অভিমুখে গাড়ি ঘূৰিলে, দূৰৰ পৰা দেখিছো যে অন্ততঃ ২০ খন মটৰ আমাৰ ঘৰৰ দুৱাৰ মুখত থিয় হৈ আছে। তেতিয়া মই ভাবিলো বোধহয় জীৱনক পালে নাইবা তেওঁৰ মৰা-শটোকে পালে—এই খবৰত মানুহ গোট খাইছে। দুৱাৰমুখ পাযেই মটৰৰ পৰা নামি কেনিও নাচাই, ঘৰৰ ভিতৰ সোমালো, নোচোৱাৰ কাৰণ জানোচা জীৱনৰ মৃতদেহ চোতালত থৈছে আৰু তাক কেনেকৈ চাম, এই আশঙ্কাত কেনিও চোৱা নাছিলো। পাছত জানিলো জীৱনৰ কোনো খবৰ নাই। মানুহবিলাক খবৰ কৰিবলৈহে আহিছে। তাৰ পিছদিনাই ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদ ডিব্ৰুগড়লৈ আহে। তেওঁ ৰাজহুৱা মিটিঙত খবৰটো পাই জীৱনৰ পৰিয়ালক মিটিঙৰ পাছতে খবৰ লবলৈ আহিব বুলি পুলিচৰ অফিচাৰ এজনে মোক কৈ যাযহি, কিন্তু তেওঁৰ মিটিঙৰ ভিতৰতে হাও-ফাও (Azthma) বেমাৰ উকুৱাত মিটিং শেষ কৰিব নোৱাৰি চাৰ্কিট হাউচলৈ গ'ল। পাছদিনা জীৱনৰ পৰিবাৰ আৰু লৰা-ছোৱালী কেইটিক লৈ মই নিজে ৰাষ্ট্ৰপতিৰ (President of India) লগত তেওঁলোকক সাক্ষাত কৰোৱাঁও আৰু অমায়িক ৰাষ্ট্ৰপতিয়ে তেওঁলোকক শান্ত্বনা দি সমবেদনা জনায়।

তাৰ পাছদিনা মই শিৱসাগৰলৈ যাওঁ, কাৰণ এটা খবৰ আহিল যে কেইজনমান লোক ডিহিং ঘাটৰ নামনিত উত্তৰ পাৰে থকা মাত-মৰা চাপৰিত ওলাইছে গৈ। মই গৈযেই পুলিচ চাহাব (Superintendent of Police) আৰু শিৱসাগৰৰ মহকুমাধিপতিক লৈ জিপেৰে (Jeep) মথাউৰিৰ শেষলৈকে গলো। তেখেত সকলে মোক তাতে ৰাখি প্ৰায় আধা মাইল খোজ কাঢ়ি গৈ চাপৰিলৈ পঠোৱা মানুহকেজনক লগ পালে। তেওঁলোকে জনালে যে তেনে কোনো মানুহ আহি উঠা নাই, ইতিমধ্যে বুঢ়া মিৰি দুজনমানে মোক শুধিলে "অজুৰ তইনো কব পৰা আহিছ ?" মই মোৰ নাম কোৱা মাত্ৰে সিহঁতে চিনি পালে আৰু মই যেতিয়া জীৱনৰ ঘটনাটো কলো তেওঁলোকে উত্তৰ দিলে "ওঃ জীৱন ফুকন তোৰ ভতিজা ? তইনো কেনৈ আহিলি ? জীৱন ফুকন তাত উঠাহেতেন, তই ডিব্ৰুগড়ত ৰাতিযে খবৰ পালিহেতেন, আমি মিৰি মানুহ হৈযো বলিয়া-পানীটোত ঘাটত নামি পানীত ভৰি দিয়া নাই, তেনেস্থলত কোন বলিয়াই সিটোক নাৱত নিছিলে"। তাৰ পাছত গভৰ্ণৰ শ্ৰীজয়ৰাম দৌলতৰামে আহি ঘৰত জীৱনৰামৰ মাতৃদেৱী, তেওঁৰ পৰিবাৰ সকলোটিকে শান্তনা দিযে। এই ঘটনাই মোঁক ইমানদূৰ শোক দিলে যে তাৰ পাছত মই অসুস্থ হৈ পৰো। হাস্পাতাললৈ নি, তাত অলপ ভাল হোৱা মাত্ৰে প্লেনত (By Air) যোৰহাটলৈ পঠিযাই দিযে। সেইদিনাৰ পৰা ডিব্ৰুগড়লৈ গলে দুদিন থাকিবৰ মন নাযায। যেন শ্মশানতে আছো এনে লাগে। এই অৱস্থা মোৰ প্ৰায় এবছৰলৈকে আছিল। কোনো কথাত পাহৰি বৰ ভতিজা নবীনক মাতোতে জীৱন বুলি মুখত ওলায। সকলোৱে সন্দেহ কৰিছিল যে মই এই শোকত বেচি দিন বাচি নাথাকিম। মই নিজেও এতিয়া ভাবো যে এই ৯১ বছৰলৈকে কামত লিপ্ত হৈ আছো বাবেই বোধহয জীযাই আছো। এতিয়া এই কথা স্মৰণ কৰিলে মই শোকত অভিভূত হোৱাতকৈ জীৱন জীযাই থকাহেঁতেন নিশ্চয দেশ সেৱাত আত্মনিযোগ বাঢ়িলহেঁতেন। তাৰেই অলপ-অচৰপ সেৱাৰ ভাবেৰে কাম কৰি শান্তি পাইছো যেন, তাতেই জীৱনৰ হাত দেখিবলৈ পাইছো। তাৰ বাহিৰে মোৰ জীৱনত বহুত সুযোগ আহিছে, জীৱনত বহুত আপদ-বিপদো গৈছে, সেইবিলাক মই তুচ্ছ বুলি ধৰি আহিছো। এতিয়া মই নিৰ্লিপ্ত ভাবে কি-কণ পাৰো দেশ সেৱা কৰি এটা আধ্যাত্মিক আনন্দ লৈ ফুৰিব পাৰিছো। কোনো অসন্তুষ্টিৰ ভাৱ নাই। কোনো আসক্তি নাই। ধন-সম্পদৰ কোনো মাযা নাই। এই দুটাই হ'ল মোৰ জীৱনৰ স্মৰণীয় ঘটনা।

(১৭) অসমীয়া সাহিত্যৰ উন্নতিৰ কাৰণে আপুনি কি কৰিছে ?

অন্য ঠাইত কোৱা দৰে কব খোজো যে "সাহিত্য স্বয়ম্ভু দেৱতা"। এই দেৱতাৰ প্ৰতিমা সাজিব পৰা খনিকৰ নাই। গতিকে সাহিত্যত "উন্নতি" কৰিব পাৰিছো বুলি কব নোৱাৰো। কিন্তু, সাহিত্য সেৱা কৰি যে কিছুদূৰ আত্মোন্নতি কৰিব পাৰিছো এই কথা, যুক্তিৰে নোৱাৰিলেও বিশ্বাসেৰে কব পাৰো, যি দৰে পঙ্কত গজিলেও, পঙ্কজ পঙ্কিল বস্তু নহয়, পঙ্কজ পদুমৰ পাহি নিৰ্ম্মল আৰু নিমজ আভা স্নিগ্ধ আৰু কমনীয়, গন্ধমৃদু, সেইদৰে সাহিত্যই সাহিত্যসেৱী সকলক অসত্যৰ মাজতো সত্যৰ অনুভূতি, অমঙ্গলৰ মাজতো মঙ্গল বিধান দেখা, অসুন্দৰ পৰিবেশৰ মাজতো সৌন্দৰ্য্যবোধ দিয়াই সাহিত্যৰ ধৰ্ম্ম বুলি ভাবো। আৰু সেই গভীৰ বিশ্বাসতেই সাহিত্য সাধনাত সুখ পাই আহিছো। সিদ্ধি কিমান দূৰত তালৈ ভ্ৰুক্ষেপ কৰা নাই।

(১৮) আমাৰ দেশৰ ৰাজনীতিৰ আপুনি সক্ৰিয়ভাৱে অংশ লৈছিল নে নাই ?

সেইকালৰ আবেদন নিবেদন কৰা ৰাজনৈতিক সভা-সমিতি বিলাকত ছাত্ৰাৱস্থাতেই যোগদান দি সুখ পাইছিলো, তাৰ দায়িত্ববোধত নহয়। ছাত্ৰাৱস্থাতে দাদাভাই নৌৰজী, ফিৰোজ শাহ মেহতা, ৰাণাডে, গোখলে তিলক মহাৰাজ, লালা লাজপত ৰায়, সুৰেন্দ্ৰ নাথ বানাৰ্জি, বিপিন পাল, অৰবিন্দ ঘোষ, শ্ৰীনিবাস শাস্ত্ৰী আদি দেশ বৰেণ্য নেতা সকলৰ অনেকৰেই সাক্ষাত লাভৰ সৌভাগ্য ঘটিছিল। আৰু তেওঁলোকৰ ওজস্বিনী ভাষণে প্ৰাণত এটা জাগৰণ দিছিল ১৯২১ চনৰ পৰা সক্ৰিয় ভাবে যোগদান কৰো। তেতিয়াৰ পৰা অসম কাউন্সিল, বিধান সভাত কেবাবাৰো সদস্য আছিলো।

(১৯) ভাৰতৰ ৰাষ্ট্ৰ-ভাষা হিন্দীৰ কাৰণে আপুনি কিবা সহযোগিতা আগ বঢ়াইছিল নেকি ?

ভাৰতৰ দৰে এখন বিশাল দেশত, বহু ভাষা ভাষী জাতিৰ মাজত একে ভাৰতীয় মহাজাতি এটা বুলি মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিবলৈ হলে নানা বৈচিত্ৰৰ মাজতো, একত্ববোধ কৰিবলৈ হলে, ভাৰতৰ সংস্কৃতিৰ ভেটিত প্ৰতিস্থাপিত মহাজাতিয়তাৰ ঐক্য সংহতি ৰক্ষা কৰিবলৈ হলে, এক ৰাষ্ট্ৰ-ভাষা গ্ৰহণ কৰিব লাগিব। সেয়ে সম্প্ৰতি ভাৰতৰ অধিকাংশ লোকে বুজি পোৱা "হিন্দীক"

ভেটি কৰি, স্বাভাৱিক গতিৰে ভাৰতৰ প্ৰথম শ্ৰেণীৰ সকলো ভাষাৰ ৰসেৰে পৰিপুষ্ট স্নেহত পূৰ্ণাঙ্গ এটি ৰাষ্ট্ৰভাষা গঢ়ি উঠিব। আমাৰ বিশ্বাস ভাষা, সংস্কৃতি নিজস্ব স্বাভাৱিক পৰিৱেশত গঢ়ি উঠা বস্তু, তাক হাতুৰিৰে পিটি গঢ়ি তুলিব নোৱাৰি। এই বিশ্বাসত আমি ৰাষ্ট্ৰভাষাৰ গুটি সিঁচা দিন ধৰি তাত পানী দি আহিছো। আৰু ভবিষ্যতৰ ৰাষ্ট্ৰভাষা যে আজিৰ হিন্দী ভাষা-ভাষী সকলৰ নাতি-পুতিয়ে ব্যৱহাৰ কৰোতে, তেওঁলোকে তেওঁলোকৰ পিতৃ পিতা-মহৰ বৰ্ত্তমানৰ "হিন্দী" শিকিব লগা বস্তু হৈ পৰিব যিদৰে হিন্দী পাৰ্চী ভাষাৰ সংমিশ্ৰণত গঢ়ি উঠা বৰ্ত্তমানৰ উভয় ভাষাতকৈয়ো তেজী উৰ্দ্দু ভাষা প্ৰথম শ্ৰেণীৰ ভাষা হৈ পৰিছে—সেইদৰে সম্পূৰ্ণ বেলেগ গঢ লব।

বৈজ্ঞানিক ভাষাত **Natural Selection** যদি সত্য, ভাষাতত্ত্বতো এই **Natural Selection** আৰু গভীৰতম সত্য। সেই দৃষ্টিৰে চালে, বৰ্ত্তমানে হিন্দীয়ে এদিন সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষাৰ ৰূপ দিব। অতীতত ভাৰতীয় সংস্কৃতি ভাষাই যি দৰে সমস্ত এচিয়া দেশত প্ৰভাৱ বিস্তাৰ কৰিছিল, জাপি দিয়া নাছিল, সুকলোৱে সাগ্ৰহে গ্ৰহণহে কৰিছিল—আমি অনুভৱ কৰিছো, ভাৰতৰ ৰাষ্ট্ৰভাষা সংস্কৃতি, নীতিবিচাৰ অন্ততঃ সমস্ত প্ৰাচ্য দেশৰে আদৰণীয় বস্তু হৈ পৰিব। ভাৰতেও সেই সেই দেশৰ বৈশিষ্ট্যখিনি অতি স্নেহেৰে গ্ৰহণ কৰি, আকৌ **Light of intellectual World** হৈ পৰিব। হিন্দী ভাষা-ভাষী ৰক্ষণশীল দলে যেন এতিয়া তেনে আগন্তুক ৰাষ্ট্ৰভাষাক এতিয়াই "কণ্ঠ-লেঙুত" কৰি নেপেলায়। তেতিয়া তাৰ প্ৰতিক্ৰিয়া হবই হব। ইয়ো স্বাভাৱিক কথা।

(২০) মহাত্মা গান্ধীৰ "হৰিজন আন্দোলনৰ" কাৰণে আপুনি কি কৰিছে ?

মহাত্মাৰ "হৰিজন আন্দোলনৰ" বহু বছৰ আগতেই আমি সেই কালত আমাৰ সমাজৰ কৈৱৰ্ত্ত বনিয়া সকলক বৰ্ণহিন্দুৰ নামঘৰত ঠাই নিদিয়াৰ বাবে আন্দোলন কৰি আহিছো, তাৰ বাবে আমি গঞ্জনা সহি আহিব লগাত পৰিছিল। আমি সকলো সম্প্ৰদায়ৰ প্ৰৱেশ থাকিব পৰা এটি সাৰ্ব্বজনীন শঙ্কৰদেৱৰ নামঘৰ স্থাপন কৰা আন্দোলন কৰাত সেই কালৰ বাতৰি কাকত এখনে লিখিছিল "অৱশ্যে কালিকা পুৰাণত লিখাই আছে, কলিৰ শেহত একাকাৰ হব। ফুকনে এতিয়া সেই একাকাৰকে আনিব খুঁজিছে।" মহাত্মাৰ

জন্মগত অস্পৃশ্যতা নাই এই কথা আগৰে পৰা বিশ্বাস কৰি আহিছো। কৈবৰ্ত্ত, বনিয়া, ট্ৰাইবেল, বনুৱা সম্প্ৰদায়ে উচ্চবৰ্ণ-হিন্দু সমাজৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে ঠিয় হবলৈ, আমি সদায় প্ৰেৰণা দি আহিছো আৰু তেওঁলোক সঙ্ঘবদ্ধ হোৱা কামৰ গুৰি ধৰিছিলো। অমি কৃষ্ণনগৰ আশ্ৰমত "কৃষ্ণ-মামাৰ" নামঘৰত প্ৰথম প্ৰৱেশ কৰা হৰিজন সকলৰ হৰিজন বস্তিত তেওঁৰ একনিষ্ঠ পুত্ৰ কালিদাস দেৱ শৰ্মাৰ সক্ৰিয় সেৱাৰ যোগে গান্ধী-জন্ম-তিথি পালন কৰি আহিছো। আৰু হৰিজনৰ মাজত উন্নতিমূলক সকলো কামতে দেহে-কেহে যোগ দি আহিছো। বিধান সভাত কৈছিলো যে দেশত মহাত্মাৰ মহান আত্মাৰ পৰশত "অস্পৃশ্যতা" অতৰ্কিতে কমি আহিছে। এতিয়া ই কেৱল একমাত্ৰ মেথৰ সকলৰ মাজতেই আছে। তাৰ কাৰণ কৈছিলো যে যেতিয়ালৈকে আমাৰ দেশত অতি ঘিণ লগা মযলা নিয়া ব্যৱস্থা দূৰ নহয় তেতিয়ালৈকে তেওঁলোকৰ হৈ "অস্পৃশ্যতা নিবাৰণ সপ্তাহ" পালন কৰাৰ কোনো লাভ নাই। সি কেৱল চকুত ধূলি মৰা কথা। তাৰ ঘাই কে ৰাণ গুচাব নোৱাৰিলে তেওঁলোকৰ "অস্পৃশ্যতা" দূৰ হোৱা টান। এই কেৰোণ হৈছে ওপৰত কোৱা মযলা নিয়া পেলোৱা ব্যৱস্থা। তাৰ প্ৰতিকাৰ হব একমাত্ৰ বৰ্ত্তমানৰ **"Conservancy System"** মযলা নিয়া প্ৰথা ৰহিত কৰি **Sceptic tank** ৰ অৰ্থাৎ দুৰ্গন্ধ মৰা পাযখানাৰ প্ৰচলন কৰা। বৈজ্ঞানিক প্ৰণালীৰে, এই কাম নকৰিলে তেওঁলোকক "স্পৃশ্য" কৰিছো বুলি কলেই প্ৰতাৰণা কৰা হব। আমি এই বিষযে অসমৰ হৰিজন সমিতিত প্ৰস্তাৱ দাঙ্গি ধৰি মিউনিচিপেল কৰ্ত্তৃপক্ষৰ দৃষ্টিও আকৰ্ষণ কৰি আহিছো। তেওঁলোকৰ থকা মেলা ঘৰ দুৱাৰ, মদ ব্যৱহাৰ আদি দূৰ কৰিবলৈ কৰ্ত্তৃপক্ষৰ ওচৰত সদায দৃঢ়মত দি আহিছো যদিও কৃতকাৰ্য্য হব পৰা নাই। তেওঁলোকৰ ভিতৰত আমূল সংস্কাৰ আনিবলৈ হলে আমি দৃষ্টান্ত মূলক ব্যৱস্থা লব লাগে বুলি দিঠকতে স্বপ্ন দেখা দৰে দেখিছো। বৰ্ত্তমানে, কামত ফুটুকাৰ ফেণ সোপাৰ দৰে আধুনিক প্ৰণালীৰে দেখনীযাৰকৈ যি বিলাক শিশুমঙ্গলৰ ব্যৱস্থা তেওঁলোকৰ শিশু বিলাকৰ বাবে পকা ঘৰত ধাইমাকৰ তত্ত্বাৱধানত গাখীৰ পানী দি, মাক বাপেকে কাম কৰা সমযত কেই ঘণ্টামান ৰখা হয, সি কোনো কামত নাহে। ঘৰলৈ গৈ গাহ ৰিৰ গৰাল যেন একেটা কোঠাতে মদপী বাপেকে গাহৰিৰ পেটত মূৰ দি বহি থকা হযতো দেখিব, মাকক ওকীল দিযাত চিঞৰ-বাখৰ লগাব। সেই কাৰণে, আমি মিউনিচিপেল কৰ্ত্তৃপক্ষ, মহিলা সমিতি আদি তথাকথিত হৰিজন বন্ধু সম্থা বিলাকক কৈ আহিছো যে প্ৰত্যেকখন নগৰত ছজনমান এওঁলোকৰ শিশু সন্তান ৪ বছৰৰ পৰা ১০ বছৰলৈ স্থানীয়

মহিলা সমিতিৰ সম্পূৰ্ণ তত্ত্বাৱধান লোৱা দৰে, সেই কেইবছৰ মাক বাপেকৰ লগত নথকা কৰি, তুলি তালি ডাঙৰ দীঘল কৰক, তেনে লৰা-ছোৱালীৰ গঢ়-গতিৰ, স্বভাৱ চৰিত্ৰ পৰিস্কাৰ পৰিচ্ছন্নতা, আচৰণ দেখি, তেওঁলোকৰ মাজত অতৰ্কিতে এনে এটা প্ৰভাৱ পৰিব যে, সেয়ে সমস্ত সমাজত তেল বিয়পা দিব। আমি ৰাজগড়ত ধেৰৱজীকো এই কথা কৈছিলো। ভাৰত গৱৰ্ণমেণ্টৰ, প্ৰত্যেক ৰাজ্যৰ গৱৰ্ণমেণ্ট, মিউনিছিপেল বোৰ্ডে খৰছ বহন কৰিলে আৰু কেন্দ্ৰীয় মহিলা অনুস্থান আৰু ৱেলফেয়াৰ বা সমাজ সেৱাৰ মন্ত্ৰীসকলে এই বিষয়ে দকৈ চিন্তা কৰি মহিলা সমিতি বিলাকৰ জৰিয়তে এই কাম হাতত ললে, সেয়ে অযথা লক্ষ লক্ষ টকা একোটা বিভাগীয় কৰ্ম্ম-কৰ্ত্তা, অফিচ চলোৱা কামতেই ঘাইকৈ খৰছ কৰি পৰ্ব্ব'তে হাফলু এটা তোলাৰ কাম শেষ হব আৰু সেয়ে প্ৰকৃত পথ দেখুৱাব। হৰিজনৰ মন্দিৰ প্ৰৱেশ আমি কাব্যিক ভাষাৰে কৈছো। মন্দিৰৰ দেৱতাই যেন কৈছে ' ইমান দিনে মোৰেই স্পষ্টজনক চাবলৈ নিদি মোক মন্দিৰত জড়প্ৰায় কৰি আৱদ্ধ কৰি থৈছিল, আজিহে মোৰ হৰিজনক দেখি মোৰ নিজৰেই যেন মুক্তি হ'ল এনে অনুভৱ কৰিছো।'' আমি অনুভৱ কৰিছো সংবিধানত অস্পৃশ্যতাৰ ঠাই নোহোৱা হ'ল সচা, কিন্তু উচ্চ-বৰ্ণৰ মনৰ সংস্কাৰৰ পৰা সি যুক্তিত আতৰিছে, সম্পূৰ্ণ মুক্তিলাভ কৰিব পৰা নাই। তেওঁলোকৰ মাজত দ্ৰুতবেগে শিক্ষা বিস্তাৰ আৰু ৰাজহুৱা দায়িত্বৰ পদত যোগ্য জনক সহজে নিযুক্ত কৰি পদ গৌৰৱ বঢ়াই সমাজৰ সন্মান লাভ কৰিবলৈ সুযোগ দিলে, অলপ সময়ৰ ভিতৰতে "অস্পৃশ্যতাৰ" সম্পূৰ্ণজনি মৰিব। হিন্দু সমাজৰ পৰা, শিক্ষাৰ প্ৰভাৱত আচৰণৰ মাধ্যমেৰে জাত বা প্ৰকৃততে জাতৰ অভিমানহে—বিশ্বাস নহয়—একেবাৰে বহিস্কাৰ কৰি দিয়া উচিত। সেয়ে হলে বিশাল ভাৰতৰ ৰাজনৈতিক ক্ষমতাও চকু পচাৰতে কেবাগুণেও বাঢ়িব।

(২১) সদাচাৰ আৰু মাদক নিবাৰণী কামৰ কাৰণে আপুনি কি প্ৰচেষ্টা হাতত লৈছে ?

আমি ১৯১২ চনতেই ডিব্ৰুগড়ত কাণি-ভাং-মদ নিবাৰণী সভা পাতি সৰ্ব্ববিধ মাদকতা নিবাৰণৰ আন্দোলন কৰো। প্ৰথম সন্মিলনত কানীযে জুৰুলা কৰা মটক সম্প্ৰদায়ৰ দিনজয় সত্ৰাধিকাৰ প্ৰাতঃস্মৰণীয় হৃদয়ানন্দ গোস্বামীদেৱৰ সভাপতিত্বত পতা হয়। তেতিয়াৰ পৰা এই আন্দোলন চলে। মহাত্মাৰ আন্দোলনৰ সময়ত আমি যদিও তেতিয়াৰ পৰা তাত যোগ দিয়া

নাছিলো আৰু কাউন্সিলৰ সভ্য হৈছিলো, তাত এই বিষয়ে একমত আছিলো। প্ৰাতঃস্মৰণীয় নিকলছ্ ৰয়ৰ সৈতে কাউন্সিলত এই বিষয়ে আন্দোলন চলাওঁ। কানীয়াক বাট্টা দিয়া, পাণ কানি বন্ধ কৰা, ছাত্ৰ সমাজত চুৰট নিষেধ, মদৰ দোকান য'তে ত'তে নিদিয়া, বনুৱাৰ মাজত মদৰ দোকান নিদিয়া, কংগ্ৰেছৰ কানী তদন্ত কমিটিত সাক্ষী দিয়া, ইত্যাদি সৰ্ব্ববিধ মাদকতা নিবাৰণী বিষয়ত আগভাগ লৈছিলো। সদাচাৰ সমিতিৰ আমি এতিয়া সভাপতি। সদাচাৰ সমিতিৰ যোগে আদালতী বিভাগকে ধৰি সকলো বিভাগৰ বিষয়ে নানা অপকৰ্ম্মৰ গুপুতীয়া বতৰা শ-শকৈ বছৰি আমাৰ কাৰ্য্যালয়লৈ আহে। সৰু সৰু কথাবোৰ আমি সেই কাৰ্য্যালয়বোৰৰ ওপৰৱালা বিষয়াৰ দৃষ্টি আকৰ্ষণ কৰো। বিষয়াসকলে আৰু মন্ত্ৰীসকলে সেইদৰে তাৰ প্ৰমাণ পালে শাস্তিমূলক ব্যৱস্থা লৈছে।

ভেটী খোৱা আপত্তিবোৰৰ বেচি প্ৰমাণ কৰিব পৰা নাযায়। দেখা সাক্ষীয়েও চোৰাংচোৱাৰ অনুসন্ধানত কেতিয়াবা মিছা মাতে।

নিজৰ আৰ্জনতকৈ অধিক পৰিমাণৰ সম্পত্তিকৰণ, পকাঘৰ নিৰ্ম্মাণ, আদিৰ কথাও আমাৰ ইয়াত অনুসন্ধানকাৰী বিভাগে প্ৰমাণ কৰিব পৰা নাই। ইয়াৰ কাৰণ আমি নুবুজো। এই বিষয়ত ভাৰত চৰকাৰৰ অনেক উচ্চ বিষয়াক শাস্তি বিহাৰ কথা আমি জানো। কিছুমান আপত্তিৰ অনুসন্ধান কৰি থাকোঁতেই সেই সম্পৰ্কীয় বিষয়াজন পেঞ্চনপ্ৰাপ্ত হয়। তাৰ পিছত কেতিয়াবা শেষ সিদ্ধান্ত নাপাওঁ। কিছুমানৰ কিন্তু শাস্তিও হয় আৰু কিছুমান উচ্চ-ন্যায়ালয়ত দোষমুক্ত হয়।

সদাচাৰ সমিতিৰ পৰা পোৱা বতৰাবোৰৰ প্ৰমাণ বেচিকৈ কৰিব পাৰি বুলি বতৰা যোগনীয়াৰ মেল এখনত কোৱা চৰকাৰী বিবৃতি এটি কাগজত ওলাইছিল।

সদাচাৰ সমিতিৰ বহুত কথা গুপুতীয়া আৰু বিচাৰাধীন কাৰণে প্ৰকাশ কৰিব নোৱাৰি আৰু বিশেষকৈ সিদ্ধান্তত বহুত দিন লয়।

আমি আজিলৈকে মাদক নিবাৰণী কামত আচনি মতে চৰকাৰৰ ঘৰৰ পৰা আশানুৰূপ সাহায্য পোৱা নাই যদিও, বাইজৰ সহযোগৰ পৰা বঞ্চিত নহওঁ। গতিকে আমাৰ কাম ভাল ৰকমে আগ বাঢিছে বুলি ক'ব পাৰো।

(ক) ১৭৪ খন নিবাৰণী সমিতি ইতিমধ্যে গঠন হৈছে।

(খ) ১৫৩ খন সভাত ইয়াৰ উদ্দেশ্য ব্যাখ্যা কৰি ৩৬,৯৩১ জন লোকৰ সহযোগৰ প্ৰতিশ্ৰুতি পোৱা হৈছে।

(গ) কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীগোবিন্দ মেননৰ আচনি মতে ৯১১৭ জন লোকে ৰাইজৰ মত জনাই মুখ্যমন্ত্ৰীলৈ স্মাৰকপত্ৰ পঠাইছে।

(ঘ) আলিৰ কাষে কাষে যাত্ৰীৰ চকুত পৰাকৈ মদ নিবাৰণী বিজ্ঞাপন পোতা হৈছে আৰু বাতৰি কাকতৰ যোগেও প্ৰচাৰ কৰা হৈছে। পুস্তিকা আকাৰত ইয়াৰ বহুল আলোচনা কৰি মহাপুৰুষসকলৰ বাণীৰ সৈতে ৰাইজৰ মাজত বিলোৱা হৈছে। মুঠতে এই কামত বিশ্ববিদ্যালযৰ ছাত্ৰ আৰু শিক্ষক, লগতে মহিলা সমিতিযেও সঙ্ঘবদ্ধ ভাবে সহযোগ নকৰিলে কৃতকাৰ্য্য হোৱা টান।

২২। আপুনি কেইবাখনো সংবাদ-পত্ৰৰ সংগঠন আৰু সম্পাদনা কামত সংশ্লিষ্ট আছিল। দীৰ্ঘদিনৰ সাংবাদিকতাৰ অভিজ্ঞতাৰ পৰা আমাৰ দেশৰ বাতৰি কাকতসমূহ আৰু সাংবাদিকসকলৰ নিৰ্ভীক সংবাদ পৰিৱেশন কৰাৰ কাৰণে কি ধৰণৰ ভূমিকা লোৱা উচিত ?

আমি যেতিয়া সংবাদ-পত্ৰৰ লগত সংশ্লিষ্ট আছিলো, সেই কাম "ব্যৱসায বুদ্ধিত" হাতত লোৱা নাছিলো। এটা আদৰ্শগত প্ৰেৰণাই আমাক তালৈ ঠেলি নিছিল। অসমৰ প্ৰথম "দৈনিক বাতৰি" সম্পাদনা কামত প্ৰথমতে ৰাতি ১।২ বজালৈকে খাটিও ডেৰশ টকাহে পাইছিলো। তাৰ বাবে আমি অসন্তোষ প্ৰকাশ কৰা নাছিলো। অসমত এখন দৈনিক কাকত কেনেকৈ চলাব পাৰি, এযে আমাৰ প্ৰধান ধাউতি আছিল। সম্পাদনাত পূৰ্ণ স্বাধীনতা অক্ষুণ্ণ ৰাখিছিলো। বৃটিছ শাসনৰ কালত কলিকতাত দেশৰ সৰ্ব্বপ্ৰকাৰ মঙ্গল সাধন কৰিবলৈ জাতীযতাবাদী যি কেইখন খবৰ কাগজ চলিছিল, তাৰ মূলতেই আছিল দেশ সেৱাৰ আগ্ৰহ, ব্যৱসায বুদ্ধি নহয। যথাৰ্থতে আমি যেতিয়া সংবাদ-পত্ৰ এখনক দেশৰ "মুখপত্ৰ" বুলি কওঁ, তেতিয়া সি "পেটৰ সৰ্ত্তত" চলোৱা বস্তু হ'ব নোৱাৰে। এজন সাংবাদিকৰ কাম গুৰুত্বপূৰ্ণ বুলি ক ব লাগিব। "ৰাজহুৱা মত আৰু ফটা জাল" য'ত সমান বোলা হয়, অথচ ৰাজহুৱা মতৰ ওপৰতে গণতন্ত্ৰৰ স্থিতি, তেনে ৰাজহুৱা মত চালি-জাৰি মলথু উলিওৱা কাম যাৰে তাৰে হ'ব নোৱাৰে। তাৰ বাবে চালনী মৰা হাত আহিবও লাগিব। সাংবাদিকৰ ঘাই কাম বা-বাতৰি যোগান ধৰাই নহয়, ৰাজহুৱা সুস্থ মত সৃষ্টি কৰিব পৰাটোহে ঘাই কাম। সাংবাদিকে "কল ঠোকা বাতুলিয়ে খোৱাৰ পৰা

ৰাজভগনৰ” কথাও সমালোচনা কৰিব লাগে। গতিকে, তেওঁলোকে উৰা বাতৰিব পৰা মাখিটোও সোমাব নোৱাৰা ৰজাঘৰীয়া মন্ত্ৰণালয়ৰ বাতৰিলৈকে সন্ধান ৰাখি এটা সুস্থ-সৱল ৰাজহুৱা মত সৃষ্টি কৰি গণতান্ত্ৰিক ক্ষমতাৰ সমতা ৰক্ষা কৰা কাম সহজ নহয়। তাত সাংবাদিকৰ ব্যক্তিগত অনুসন্ধিৎসা, স্বাধীন চিন্তা আদৰ্শমুখী সিদ্ধান্ত, নিৰপেক্ষ সমালোচনা আদি গধুৰ দায়িত্ব সোমাই আছে। গতিকে, বৰ্ত্তমান সময়ত প্ৰায়েই ব্যৱসায় বুদ্ধিৰে চলোৱা স্বত্বাধিকাৰী সকলৰ মন যোগাই কাম কৰিবলৈ হ'লে, সংবাদ-পত্ৰৰ 'স্বাধীনতা' বোলা কথাষাৰৰ কোনো মূল্য নাথাকে। তদুপৰি, আজি-কালি ৰাজনৈতিক নানা দল-উপদলৰ সৃষ্টি হৈছে। সেই দল-উপদল বিলাকৰ দেখাতে স্থিৰতা আৰু আদৰ্শ নাই। সাময়িক উত্তেজনাত এবাৰ ইফালে, এবাৰ সিফালে যা:তেই অস্থিৰ হৈ উঠে। প্ৰতীচ্য দেশৰ সুস্থিৰ আদৰ্শমুখী দলগত সংবাদ-পত্ৰ আমাৰ দেশত এতিয়াও জুলীয়া অৱস্থাত, গোটমৰা নাই। গতিকে, আমাৰ বিৱেচনাত, বৰ্ত্তমান সময়ত স্বত্বাধিকাৰসকলে, তেওঁলোকৰ নিজৰ মতত চলিব নলগাকৈ, সম্পূৰ্ণ স্বাধীন এখন সাংবাদিক সন্থাৰ যোগে সাংবাদিকসকল জাতীয়তাবাদী হৈ জনতাৰ মতামতৰ ভেটিত গণতান্ত্ৰিক ৰাজহুৱা মত স্বাধীন চিন্তাৰ পৰিৱেশত সৃষ্টি কৰা উচিত। বৰ্ত্তমান সময়ত ৰাজ অনুগ্ৰহ বিচৰা ব্যৱসায় বুদ্ধি থকা সকলৰ ব্যৱসায়ৰ বস্তু হৈ উঠা, সংবাদ-পত্ৰৰ বেছি ভাগেই, জনতাৰ মতামত চালি-জাৰি শুধ মলখুখিনি উলিওৱা বিধৰ বুলি ক'বলৈ পোৱা হলে ভাল পালোহেঁতেন। মুঠতে সাংবাদিকসকলে সম্পূৰ্ণ স্বাধীন এখন সন্থাৰ যোগে স্বত্বাধিকাৰীসকলৰ আদেশ-নিৰ্দেশৰ তলতীয়া নহৈ, সংবাদ-পত্ৰ খনৰ আদৰ্শ আৰু নীতিলৈ লক্ষ্য ৰাখি, আনহাতে নিজৰ ৰুচি মতেও নহয়, জনতাৰ স্বাৰ্থ অক্ষুণ্ন ৰাখিবলৈ নিজ দায়িত্ব পালন কৰিবলৈ স্থিৰ-সংকল্প লোৱা উচিত।

২৩। ৰাইজৰ সেৱাৰ কাৰণে আপুনি কিবা আৰ্থিক দান আগবঢ়াইছেনে কি ?

“দান” বোলা বস্তুটোৰ সাৰ্থকতা—এহাতে দিয়া দান, সিহাতে গম পাব নালাগে বুলি কোৱা হয়। ইয়াৰ মৰ্ম্ম হৈছে, দান অনুগ্ৰহৰ কথা নহয়, ই দিব লগীয়া বস্তুও। গতিকে ল'ৰা-ছোৱালীক দিব লগীয়া আহাৰ, কানি-কাপোৰ যিদৰে ঢোল পিটি শুনোৱা বিধৰ কথা নহয় ইযো সেয়ে। এজনে কোনো কামত “দান” দিয়া কথাষাৰত সদায় নিজৰ নিমিত্তে গধুলি বজাৰত ফুটকা

ভঙ্গাৰ দৰে। সি লোকক হিচাব দিব লগীয়া কথা নহয়। আমি আমাৰ গোটেই জীৱনত আতুৰ, অনাথক শক্তি অনুসৰি বিমুখ কৰি পোৱা নাই। সেয়ে আমাৰ "দান" বুলি কবৰ অধিকাৰ দিয়া নাই। আমি গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰা সাহিত্য পেঞ্চনখিনি গোটখাই চৰকাৰৰ ট্ৰেজাৰীত জমা আছিল। তাৰ লগত আমাৰ এঠাইত মাটি কেইডৰামান আছিল, তাক বেচি মুঠতে দহ হাজাৰ টকা গান্ধীজীৰ শতবাৰ্ষিকী উপলক্ষে "মিতুৰ আশ্ৰম" ফৰ্কাটিং গান্ধী আশ্ৰমত তথাকথিত দান দিয়া হৈছিল। সৰ্ব্বোদয আৰু গ্ৰামদানৰ আদৰ্শত এই দুই আশ্ৰমৰ গুটিহে সিঁচা হৈছে। গতিকে এইটো "দান" বুলিবৰ আমাৰ অধিকাৰ নাই। সেতুবন্ধত কেৰ্কেটুৰাৰ বাঁহ পাত খিলা বুলি ক ব লাগিব। গান্ধী জন্ম শতবাৰ্ষিকীত পৃথিৱীৰ মহাদান যজ্ঞত সেযে ফুটা কড়ি এটা হ'ব পাৰে। এতিয়া আমাৰ "ষ্টল" কেইটা মানৰ যি উপাৰ্জন হয়, তাৰ দুই তৃতীয়াংশ প্ৰায় চাৰি-পাচশ টকা সমাজ সেৱাৰ কামতেই খৰচ কৰি চলিছো। গতিকে দানে জনাজাত কৰিব পৰা "দানীৰ" শাৰীলৈ আমি যাব পৰা নাই। আমাৰ যৎকিঞ্চিত দানে ৰাইজৰ কিবা উপকাৰ কৰিব পাৰিছে, এনে কথাও ক'ব নোৱাৰো। নিজেহে মনত এটি সন্তোষ পাই উপকৃত হৈছো।

২৪। **গণৰাজ্য দিৱসৰ সন্মান স্বৰূপে অসমৰ কংগ্ৰেছে কেই বছৰ মানৰ আগতে অন্যান্য বিশিষ্ট দেশ সেৱকসকলৰ লগত আপোনাকো ৰাজহুৱাকৈ সন্মান, অভিনন্দন জনাইছিল আৰু আপোনাক বিশেষভাৱে সন্মান দিয়াৰ কাৰণে ভাৰত চৰকাৰৰ "পদ্মশ্ৰী" উপাধি প্ৰদান কৰিছিল , কিন্তু আপুনি প্ৰত্যাখ্যান কৰিলে। প্ৰত্যাখ্যানৰ কাৰণ আমাক ক'বনে ? ভাৰত চৰকাৰৰ এনেকুৱা কিছুমান উপাধি প্ৰদান কৰাৰ কিবা যুক্তি আছে বুলি আপুনি ভাবেনে ?**

অসম কংগ্ৰেছে আমাকো অভিনন্দন দিয়া সঁচা। আমিও তাক মূৰ দোঁৱাই গ্ৰহণ কৰিছিলো। কিয়নো, সেই সন্মান দেশৰ সৰ্ব্ববৃহৎ ৰাজনৈতিক দলৰ দান। দেশবাসীৰ আন্তৰিক শ্ৰদ্ধাৰ দান। আমাকো সেই সন্থাৰ সামান্য সেৱক বুলি কৰা স্নেহৰ নিদৰ্শন। গতিকে আমি আঠুলৈ গ্ৰহণ কৰি মূৰত থোৱা পবিত্ৰ বস্তু। চৰকাৰে যচা "পদ্মশ্ৰী" উপাধি স্বকীয়া বস্তু। ক'ব

পাৰি বিক্ৰমাদিত্যৰ সভাত "নৱৰত্ন"ৰ সন্মানৰ কোনো মূল্য নাইনে কি? তেতিয়াৰ দিন আৰু এতিয়াৰ দিন একে নহয়। বিক্ৰমাদিত্যই তেওঁৰ ৰাজত্বৰ গৌৰৱ দেখিছিল নৱৰত্নসকলে তেওঁৰ সভাত সভাপণ্ডিত হৈ অনুগ্ৰহ দেখুওৱাত। আমাৰ ধাৰণা এতিয়াৰ চৰকাৰে যিবিলাক "উপাধি" সৃষ্টি কৰিলে আগৰ ইংৰাজৰ দিনৰ উপাধিবিলাক নিৰৰ্থক বিবেচনা কৰি সিও যে সাৰ্থকনামা হৈ আছে, ক'ব নোৱাৰি। আমি নিজে ভাবো—সাহিত্যিকসকলক সন্মান দিবলৈ হ'লে, সাহিত্য ক্ষেত্ৰত অধিকাৰ থকা স্থায়ী বিশেষজ্ঞ এদলৰ হাতত সাহিত্যিক সমাজৰ সন্মানৰ যোগ্যতা নিৰ্দ্ধাৰণ কৰিব পৰা এখন বোৰ্ড থাকিব লাগিব। আৰু পৱিত্ৰজ্ঞানৰ অধিকাৰী সাহিত্যিকসকল "স্বকীয়া" হ'ব লাগে। অন্যান্য ৰাজসিক বা তামসিক কাৰ্য্যত যোগ্যতা লাভ কৰা সকলৰ লগত সান-মিহলি হ'ব নালাগে। এইটো আমাৰ ব্যক্তিগত মত, তাৰ গুৰুত্ব আছে বুলি আমি ক'ব নোৱাৰো। আমি "পদ্মশ্ৰী" উপাধি প্ৰত্যাখ্যান কৰিলো এই বাবে যে চৰকাৰৰ সেই উপাধি গ্ৰহণ কৰিলে, ৰাইজে য'ত আমাক অতি শ্ৰদ্ধাৰে, সন্মানেৰে, স্নেহেৰে "ককা", "বাগ্মীবৰ", "ভীষ্ম পিতামহ", "কবিশিৰোমণি", "বাগ্মীকবি" আদি নানা স্নেহ-শ্ৰদ্ধাবাচক শব্দেৰে সম্বোধন কৰে তেনে ৰাইজক আমি অসন্মান দেখুওৱা হ'ব বুলি চৰকাৰক সবিনয়ে জনালো। অতীতত ভাৰতীয় সমাজত সাহিত্যিকসকলৰ, মনীষীসকলৰ, ৰজা ঘৰত যিটো প্ৰকৃত শ্ৰদ্ধাৰ স্থান আছিল, সেই স্থানৰ পৱিত্ৰতা সাহিত্যিকসকলেও যিদৰে ৰাখিছিল, আজি সেইদিন আছে বুলি বুকুত হাত দি ক ব নোৱাৰো। তেতিয়াৰ দিনৰ সাহিত্যিকসকলে উপাধি, উপঢৌকনত যিটো ৰাজ সন্মান লাভ কৰিছিল, আজিৰ দিনত ৰজাঘৰীয়া ব্যৱস্থা পদ্ধতিত, তেনে শ্ৰদ্ধাৰে বাছনি হ'ব নোৱাৰে। থাপনাত শ্ৰদ্ধাৰে দিয়া চৰতীয়াটোৰ যিটো মূল্য, মগনীয়াক পুতৌ কৰি, গালৈ মাৰি পঠিওৱা টকাটোত সেই মূল্য নাই। মুঠতে সাহিত্যিকৰ আনন্দই প্ৰকৃত পুৰস্কাৰ। আমি ওপৰত উল্লেখ কৰা দৰে চৰকাৰে সাহিত্য একাডেমীৰ দৰে কেইবাখনো সাহিত্য, সুকুমাৰকলা মূলক বোৰ্ড স্থাপন কৰিছে সঁচা, কিন্তু সিও কাৰ্য্যতঃ শাসনতন্ত্ৰৰ তলতীয়া বিধি বুলিহে ক'ব খোজোঁ। সাহিত্যৰ সন্মান, উপঢৌকন শ্ৰদ্ধাৰে দিয়া "দক্ষিণা" হে "কাঙালি বিদায়" নহয়।

২৫। আপুনি নিজে এজন কবি, লিখক আৰু সাংবাদিক। সেই দৰে আন এজন একাধাৰে কবি, লিখক আৰু সাংবাদিক হ'বলৈ কি কি গুণ থকা আৱশ্যক বুলি ভাবে?

আমি নিজে কি গুণত কবি, লিখক আৰু সাংবাদিক আখ্যা লাভ কৰিছো, সেই কথা ক'ব নোৱাৰো। ইমানকে ক'ব পাৰো "হওঁ" বুলি কবি হোৱা টান কথা। "দৈনিক বাতৰি" বন্ধ হ'লত সেইদিনা বৰ কুঁৱলী আছিল, আমি মনত বৰ দুখ পাইছিলো, তেতিয়া মনত এটা ভাব আহিল। "প্ৰকৃতিয়েও যেন আমাক সহানুভূতি দেখুৱাইছে। আমাৰ আজি বাহিৰে ভিতৰে কুঁৱলী"। এই ভাবত প্ৰণোদিত হৈ "কুঁৱলী" বুলি চৌদ্ধপদী কবিতা এটা লেখিলো। তাৰ পাছত দিনে দুই তিনিটা কবিতা নেলেখি শান্তি পোৱা নাছিলো। তাৰ ফল স্বৰূপে "জ্যোতিকণা" নামৰ কবিতা পুথিখন। তেতিয়া আমাৰ বয়স ৫৮। দেখাতে এই প্ৰেৰণা আমাৰ মৰ্ম্মবেদনাৰ পৰা অহা। সেইদিন ধৰি কেইবাখনো কবিতা পুথি প্ৰকাশ কৰিব পৰা হ'লো। এতিয়া ৯২ বছৰতো কবিতা লেখি এক অনিৰ্ব্বচনীয় আনন্দ লাভ কৰো, ইয়াৰ উৎস ক'ৰ পৰা আহে আমি নিজেও ক'ব নোৱাৰো। আমাৰ নিজৰ এই অভিজ্ঞতাৰ পৰাই ক'ব খোজো "কবি" হ'ম বুলি হ'ব নোৱাৰি, নহ'ম বুলিও নহ'ব নোৱাৰি। জিভাই কোনো কালে আস্বাদন নোপোৱা কাব্য-ৰস প্ৰাণৰ কোন সঙ্গোপন ঠাইৰ পৰা পুংফুটি ওলাই মন প্ৰাণ ভেজি পেলায সেই কথা তথাকথিত কবিয়েও ক'ব নোৱাৰে। আমি ইমানকে ক'ব পাৰো ভাৱ প্ৰৱণতা, দৃশ্যমান জগতৰ সৌন্দৰ্য্যৰ আলমত অতীন্দ্ৰিয় জগতৰ সৌন্দৰ্য্যবোধ, সত্যান্বেষণৰ লিপ্সা, জগতৰ মঙ্গল কামনাৰ প্ৰবল আকাঙ্ক্ষা, সহানুভূতিশীল, আকাশৰ দৰে উদাৰ অন্তঃকৰণ হৈ উঠিলে, বহিৰ্জগত আৰু অন্তৰ্জগতৰ লগত সূক্ষ্ম ভাববিলাকৰ অহা-যোৱা কৰা অন্তৰ্দৃষ্টি লাভ কৰিলে, কবিতা লেখাৰ প্ৰেৰণাইহে কবিৰ কবিতা লিখক। ওহাৰত পোৱালীয়ে খুন্দিয়ালেই যিদৰে পোৱালীটোৰ মুখ ফেনাই যোৱাকৈ গাখীৰৰ ধাৰ আহি পৰে, সেইদৰে ভাবৰ খুন্দিয়া খুন্দিতহে লিখকৰ কাপত কাব্য ৰস বৈ যায। কবিতা চিন্তাৰাজ্যৰ ভাব-প্ৰসূ শিল্পীৰ তুলিকাযো অঙ্কণ কৰিব নোৱাৰা চিত্ৰ, কবি নিজে স্বয়ম্ভু, বিধাতাযো কপালত লেখি কবি কৰাব নোৱাৰে।

লিখক "হ'ম বুলি" হ'ব পৰা কথা। ই সাধনা সাধ্য বস্তু। আহিঁ লিখকৰ প্ৰৱন্ধ-পাতি চৰ্চ্চা কৰিলে, বাক্য ৰচনাৰ বৈযাকৰণিক নিয়মপ্ৰণালী আযত্ব কৰিলে, শব্দৰ ধ্বনি প্ৰয়োগৰ থল স্থিৰ কৰিবলৈ শিকিলে, বাক্যত অলঙ্কাৰ সজাই-পৰাই দিব জানিলে, ইত্যাদি ৰচনা কৌশল শিকি উঠিলে এজন ভাল লিখক হোৱা টান কথা নহয। চিন্তাপ্ৰসূত ভাববিলাকক পৰিষ্কাৰ গঢ দি ৰুবহুঁ চিনিব পৰা কৰি তোলাই লিখকৰ কৌশল বুলিব পাৰি। ইযাতো অতৰ্কিতে ভেনে হাত আছে।

সাংবাদিক হ'বলৈ হ'লে প্ৰথমতে মানুহজন অনুসন্ধিৎসু হ'ব লাগিব। নিৰপেক্ষ সমালোচনা, উৰা-বাতৰি চালি-জাৰি ল'ব পৰা হাত, যত "দেখা কথাবো ল'বা তিনিটা প্ৰমাণ" বুলি কোৱা হয়, তেনেস্থলত অনেক ক্ষেত্ৰত ঘটনাস্থলীলৈ নগৈযো আনৰ মুখত শুনি, প্ৰশ্ন কৰি, কথাৰ পম খেদি খেদি সত্য উদ্‌ঘাটন কৰা, যাৰ তাৰ মুখত শুনা, য'ৰ ত'ৰ বাতৰিবিলাক সংগ্ৰহ কৰি সকলোখিনিৰ মাজৰ পৰা পাৰ্য্যমানে প্ৰকৃত সম্বাদখিনি দিব পৰাটোৱেই সাংবাদিকৰ যোগ্যতা প্ৰমাণ কৰে আৰু সেযে তেওঁৰ কৰ্ত্তব্যও। সাংবাদিকৰ দায়িত্ব অতি গধুৰ। সাংবাদিক এজনৰ পৰ্য্যবেক্ষণ শক্তি যথেষ্ট হ'ব লাগে। তেওঁলোকে হাত আহক নাহক, সম্বাদবিলাক কেইবা চালনীও দিব লাগে, ৰাজ-নীতিজ্ঞ কূটনীতিজ্ঞসকলৰ পৰা নানা বুদ্ধিৰে, আলেঙে আলেঙে, কুহুলিয়াই কুহুলিয়াই আচল কথাবোৰ উলিয়াব লাগে, পুলিচৰ দৰে তদন্ত কৰিব লাগে, বিচাৰকৰ দৰে সিদ্ধান্ত দিব লাগে। এই বিলাক কথা সহজ সাধ্য কেতিয়াও হ'ব নোৱাৰে। গতিকে সাংবাদিক হ'বলৈ হ'লে শেন চকুৱা, শহাকাণীয়া, শিয়ালৰ টেঙৰালি বাঘৰ গোজৰণি, মিতিৰৰ ভাও, শত্ৰুৰ সতৰ্কতা এই সকলোবিলাক মুখা পিন্ধিব লাগিব। এজন সাংবাদিকে এই দৰে বহুৰূপীৰ সাজ পিন্ধি নিজৰ প্ৰকৃত দায়িত্বপূৰ্ণ সাংবাদিকৰ ব্যক্তিত্ব ৰক্ষা কৰিব লাগিব।

এখন সম্বাদ-পত্ৰৰ সম্পাদকে ৰাজহুৱা মতৰ হুবহু চিত্ৰ দিব পাৰিব লাগে। অথচ ৰাজহুৱা ফটা জালখন ভালদৰে গুঠিব জানিবও লাগিব। "মতামতৰ বাবে আমি জগৰীয়া নহওঁ" বুলি যেযে হাতৰ খজুৱতি মাৰিবলৈ বা আঁৰত থাকি কাঁড় মাৰিবলৈ বিচাৰে, তেওঁকে "সম্বাদদাতাৰ'' ঠাই দিয়া উচিত নহয়। বৰ্ত্তমান যুগ "সাম্বাদিকৰ যুগ" বুলিব পাৰি। "তৰোৱালতকৈ কাপৰ চোক বেছি" বোলা কথাষাৰ বৰ্ত্তমান যুগত সম্পূৰ্ণৰূপে খাটে। গতিকে সম্বাদ-পত্ৰ চলাওঁতাসকলৰ দায়িত্ব সম্পূৰ্ণ নীতিমূলক। এই কথা পাহৰিলে নচলিব। সম্বাদসেৱীসকল ব্যৱসায় বুদ্ধিৰ হ'লে, ভ্ৰষ্টাচাৰী দেশদ্ৰোহীৰ শাৰীলৈ যাব। গতিকে যি সকল এই ক্ষেত্ৰত নামে, তেওঁলোক দেশৰ সজ পৰামৰ্শদাতা, নীতিপৰায়ণ, স্বাধীনচিতীয়া, ৰাজহুৱা মত সৃষ্টি কৰি ৰাইজক বিপথে নিনিয়া, দেশৰ আগশাৰীৰ সেৱক হ'ব লাগিব। এজন সাম্বাদিক দেশৰ "মুখপাত্ৰ" এনেযে হ'ব নোৱাৰে। হিন্দীত কোৱা "পাঁচ বোলে পৰমেশ্বৰ" অৰ্থাৎ পাঁচ-জনৰ মুখত ওলোৱা কথাই যদি ঈশ্বৰৰ মুখৰ কথা, তেন্তে এখন সম্বাদ-পত্ৰৰ যি হাজাৰ হাজাৰ লোকৰ হৈ কথা কয়, দায়িত্ব কিমান বেছি তাক নকলেও

হ'ব। আজিৰ এই যান্ত্ৰিক যুগৰ পাশৱিক বল পৰাভূত কৰিবলৈ আণৱিক বোমা সেমেকাবলৈ আন্তৰ্জাতিক সাম্বাদিকৰ নৈতিক বলৰ প্ৰয়োজন হৈ পৰিছে।

২৬। আপুনি আজি "তৰুণ অসম" তথা "তৰুণ ভাৰতক" পাঁচ লক্ষ গাওঁ মহাত্মাৰ আদৰ্শত স্বাৱলম্বী কৰি তুলিবলৈ দিনে ৰাতিয়ে আহ্বান জনাইছে। অন্যকি, বৰ্ত্তমানৰ নেতৃত্বই এই কামত তেওঁলোকক নেতৃত্ব নিদিলে, নিৰুপদ্ৰৱ অসহযোগ আন্দোলন কৰিবলৈকো কৈছে, তেন্তে সেই সময়ত মহাত্মাৰ "অসহযোগ আন্দোলনত" প্ৰথমতে কিয় যোগদান দিয়া নাছিল ?

তাৰ কাৰণ, সেই সময়ৰ অসমৰ ৰাজনৈতিক আৰু ভৌগোলিক পৰিস্থিতি। জনজাতি বিশেষকৈ, পৰবতীয়া আৰু বাগিছাৰ বনুৱাসকলে ইংৰাজৰ সম্পূৰ্ণ আনুগত্য স্বীকাৰ কৰি চলিছিল। আনহাতে, সুৰমা উপত্যকাই পদে পদে অসমলৈ পিঠি দি, বঙ্গদেশলৈ দিনে এখোজ দোখোজকৈ আগবাঢি গৈ আছিল। সেই সময়ত অসমত দুই উপত্যকাৰে একেখন ৰাজনৈতিক অনুষ্ঠান —কংগ্ৰেছ। গতিকে কংগ্ৰেছ দুনাও-দুভৰি আছিল। এই ৰাজনৈতিক কাৰণত, অসমীয়াৰ স্বাৰ্থহানি হোৱা সুৰমা উপত্যকাৰ কাৰ্য্যাৱলীত কংগ্ৰেছে "মৌনব্ৰত" অৱলম্বন কৰি চলিবলৈ বাধ্য হৈছিল। নৈতিক দুৰ্বলতা দেখুৱাই-ছিল। সেই কাৰণে অসমীয়া জাতিৰ ভবিষ্যত অমঙ্গলৰ চিন দেখি আমি "সংৰক্ষিণী-নীতিত" চলিবলৈ বাধ্য হৈছিলো।

২৭। এই "সংৰক্ষিণী নীতিয়ে" তেনেহলে সকলো সম্প্ৰদায়ৰ মাজত ঐক্য সংহতি ৰক্ষা কৰা কামত বাধা হৈ উঠা নাছিল নে ?

স্বাৰ্থান্ধ ভাবে চালে বাধা দিব পৰা হ'ব পাৰে। কিন্তু জাতিগত নীতিগত, সমবিচাৰ দৃষ্টিভঙ্গীৰে চালে "সংৰক্ষিণী নীতিয়ে" সকলো সম্প্ৰদায়ৰ প্ৰাপ্য স্বাৰ্থ ৰক্ষা কৰাটোও অপৰিহাৰ্য্য নীতি বুলি স্পষ্ট ভাষাৰে কৈছিল। "অসম কেশৰী" অম্বিকাগিৰীৰ লগতে আমাকো "বঙাল খেদা" আন্দোলনৰ প্ৰবৰ্ত্তক বুলি অযথা দোষাৰোপ কৰিছিল। তাৰ কোনো যুক্তি নাছিল। "সংৰক্ষিণীয়ে"

অন্ধযো পঢ়িব পৰাকৈ স্পষ্ট ভাষাৰে লিখিছিল, বধিৰেও শুনিব পৰাকৈ উচ্চৈস্বৰে কৈছিল – কেৱল মাত্র অসমীয়া ভাষা গ্ৰহণ কৰি স্থায়ী ভাবে অসমত বসবাস কৰিবলৈ মনস্থ কৰা বহিৰাগত সকলোকে "অসমীয়া" বুলি ধৰা হ'ব। আজি অসমৰ খিলঞ্জীয়া অসমীয়া আৰু বঙ্গদেশৰ খিলঞ্জীয়া বঙালীৰ পূৰ্বপুৰুষ সকল এই "সংৰক্ষিণী" নীতিকেই মানি চলা বহিৰাগত লোক নাছিল জানো? এই মুহূৰ্ত্তত অসমত আমি কি দেখিবলৈ পাইছো? আজি অসম উপত্যকাত অসমীয়া "ৰাজ্যভাষা" বুলি বঙালী ভাইসকলেও গ্ৰহণ কৰা নাই জানো? অসমৰ জীৱন-মৰণ সমস্যা শোধনাগাৰ স্থাপন, বহল ৰেল ৰাস্তা, ব্ৰহ্মপুত্ৰ আদি নদী নিয়ন্ত্ৰণ, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং স্থাপন, শিক্ষিত নিবনুৱা সমস্যা সমাধান আদি যাই যাই সমস্যাত ভাষাগত, ৰাজনীতিগত সকলো প্ৰভেদ বাদ দি এক-মত হৈ অভেদ্য দুৰ্গৰ দৰে থিয় হোৱা নাই জানো? তেন্তে সূক্ষ্মভাবে চালে "সংৰক্ষিণী" নীতিৰ এয়ে সম্প্ৰসাৰণ নহয় জানো? এই স্বাভাৱিক সংৰক্ষণ হাজাৰ হাজাৰ বছৰৰ ঐতিহাসিক, ভৌগোলিক, সাংস্কৃতিক বিভিন্ন প্ৰকাশ ভঙ্গী বিচাৰত হ'বলৈ নিদিযাত, বিশ্বব্যাপি, জাতিযে জাতিযে অমানুষিক-পাশৱিক বল প্ৰযোগৰ কাৰণ হৈ উঠা নাই জানো? আজি পূৰ্ববঙ্গত নৰ-পিশাচৰ তাণ্ডৱ লীলা এই "সংৰক্ষণ" কাৰ্য্যত যোৱা ২৩ বছৰে এক ধৰ্ম্মাৱলম্বী লোকেই বাধা দিযাৰ বাবে হোৱা নাই জানো?

২৮। সেই সময়ত "তৰুণ শক্তি" আৰু দেশৰ "নেতৃত্বই" আপোনাক "অসহযোগ আন্দোলনত" আহ্বান কৰা নাছিলনে?

কৰিছিল, কিন্তু মই তাত মন-প্ৰাণ ঢালি দি নিষ্ঠাৰে আত্মবিশ্বাসেৰে কাম কৰিবলৈ নিজৰ ভিতৰৰ পৰা সঁহাৰি পোৱা নাছিলো। সেই সময়ৰ তৰুণ সমাজৰ পৰা ইযাত জাপ দি দেশবৰেণ্য শ্ৰীঅমিযকুমাৰ দাসে তৰুণ শক্তিক সঞ্জীৱিত কৰি থৈ যোৱা লক্ষ্মীধৰ শৰ্ম্মা, চন্দ্ৰনাথ শৰ্ম্মাই আমাক আহ্বান জনোৱাত আমাৰ প্ৰত্যাহ্বান হৈছিল—"আমি মহামতি গোখেলৰ আদৰ্শত অসমত শিক্ষা বিস্তাৰ কৰিবলৈ "Servant of Assam Society" স্থাপন কৰি শিক্ষা বিস্তাৰৰ যি এটি দল সৃষ্টি কৰিবলৈ আগবাঢ়িছো সেই কামত ব্ৰতী হোৱা হঁক।" আৰু ১৯২১ চনত আমি যেতিযা অসম কাউন্সিলৰ সভ্য, সেই সময়ত দেশভক্ত তৰুণৰাম ফুকন, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দেৰে মহাত্মাক

উত্তৰ ভাৰতৰ সিংহ পুৰুষ মহম্মদ আলি চাহাবক আমি এই আন্দোলনত যোগদান নকৰা বাবে আপত্তি জনায়। দেশভক্ত ফুকনে যেতিয়া মহম্মদ আলিক কয় **"This young man has joined enemy's camp. Had he been with me, I should have conquered Assam in no time."** তেতিয়া মহম্মদ আলিযে তেওঁৰ "কাবুলী" হাতেৰে আমাক টান মাৰি তেখেতৰ ওচৰলৈ নি কয **"Come over to our side".** আমি প্ৰত্যুত্তৰত কওঁ **"I am not yet convinced of non-co-operation movement. but I can assure you that some day we will meet in the same platform, if we mean the same thing—Independence of India."** এইদৰে দেশবন্ধু চিত্তৰঞ্জন দাস আহোঁতেও প্ৰাতঃস্মৰণীয ৰাধানাথ চাংকাকতীযে গৌণ ভাবে আমাক লক্ষ্য কৰি দেশবন্ধুক কয যে শিক্ষিত সমাজে কাউন্সিললৈ নোযোৱাটোকে স্থিৰ কৰিলে, কোনো এজনে যদি সেই মাৰ ভাঙি যাবলৈ ওলায—সেইটো উচিত নে? তেতিয়া দেশবন্ধুৱে কয— "হয, তেন্তে স্থিৰ কৰিলে, এজনে তাকে মনাই ভাল"। আমি তেতিয়া কওঁ "চাংকাকতী ডাঙৰীযাই নাম নকৈযো আমাকে লক্ষ্য কৰি এই প্ৰশ্ন কৰিছে। আমিযেই নিৰ্বাচনত থিয হ'বলৈ ওলাইছো। পাছে, আপুনি যিটো পৰামৰ্শ দিলে সেইটো গণতান্ত্ৰিক মতে হ'ল জানো?" পাছত জাহাজত গৈ জাহাজ এৰাৰ আগতে আমি তেওঁৰ ক্ষমা ভিক্ষা মাগোঁ। তেখেতে আমাৰ পিঠি চপৰিযাই ক'লে—"মই এজন ডেকাৰ এই সৎসাহসৰ বাবে আনন্দহে পাইছিলো। পাছে এজন বৃদ্ধলোকৰ প্ৰশ্নত মই সেইদৰে উত্তৰ দি থলো। মই নিজে 'স্বৰাজ পাৰ্টি' গঠন কৰিবলৈ মহাত্মাক প্ৰতিবাদ জনাবলৈ ওলাইছো।" তেনেজন পুৰুষেও নাগপুৰত বিশেষ অধিবেশনত মত পৰিবৰ্ত্তন কৰি **"I cease to practice from today."** বোলা মাত্ৰেই গোটেই "পেণ্ডেল" কাঁহ পৰি জীণ যোৱা দৰে হ'ল—এই কথা আমি কৰ্মবীৰৰ মুখত শুনা। আমিও আমাৰ ক্ষুদ্ৰ মগজে ঢুকি নোপোৱাত মহাত্মাৰ আদৰ্শত অনুপ্ৰাণিত হ'বলৈ আৰু দহ বছৰ মান লাগিল। ১৯৩৭ চনতহে আমি বুজি উঠিলো যে মহাত্মাৰ আদৰ্শ আৰু ৰাজনৈতিক দিব্য দৃষ্টি কি অতুলনীয, পৃথিৱীত যুগান্তৰ অনা বস্তু। কিন্তু আমি বিবেকলৈ চাই ক'ব পাৰো যে সেই সময়ৰ সমস্যা-বহুল অসম আৰু অসমীয়া জাতিৰ স্বাৰ্থলৈ চাইহে স্বতন্ত্ৰীযা ভাবে কাম কৰিবৰ ক্ষমতা থকাকৈ আমি মুকলি ভাবে আছিলো। আমি আজি ৯২ বছৰতো আদৰ্শবাদী। কিন্তু আমি এই কথাও বিশ্বাস কৰো আৰু অপৰিহাৰ্য্য বুলি ভাবো যে যিখন দেশত

ওপৰা-ওপৰিকৈ নানা সমস্যাই দেখা দিয়ে, জাতীয় স্বাৰ্থৰ পৰিপন্থী, তেতিয়া আদৰ্শবাদক একৰকম কিছুকাললৈ স্থগিত ৰাখি (Moratorium) বাস্তৱ ক্ষেত্ৰত কাম নকৰিলে নচলে। এই বিশ্বাসতহে আমি জীৱনত নানা ক্ষেত্ৰত নামি কাম কৰি আহিছো—ফলাফলতকৈ নিজৰ দায়িত্ব আৰু কৰ্ত্তব্যবোধক অনুসৰণ কৰি।

২৯। তেন্তে আপুনি কেতিয়া আৰু কেনে পৰিস্থিতিত কংগ্ৰেছত সক্ৰিয়ভাৱে যোগদান কৰে?

দ্বিতীয় মহাসমৰৰ সময়ত কংগ্ৰেছে যেতিয়া মন্ত্ৰীসভা গঠন কৰা কাৰ্য্য বৰ্জন কৰে সেই সময়ত যোৰহাটৰ ডেকা উকীল তিনিজনে আমাক এদিন সন্ধ্যা সময়ত আমাৰ বহাত লগ ধৰি ক'লে—"আমি এটি গুৰুত্বপূৰ্ণ কথা লৈ আহিছো। আপুনি কংগ্ৰেছৰ সভ্যভুক্ত হওক। এইবাৰ আপোনাক আমি এজন কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰিম।" উত্তৰত আমি ক'লো—"বাৰু, কাইলৈ আহিবাহঁক, ভাবি-চিন্তি উত্তৰ দিম।" তেনেতে এজনে কলে—"ব'লা কাইলৈ আহিম, তেখেত আন্তৰিকভাৱেই কংগ্ৰেছক মনা লোক। পাছে শিৱপ্ৰসাদ বৰুৱা দেৱক নোসোধাকৈ এই কাম নকৰে।" আমি তেতিয়া ক'লো "সেইটো বুজা ভুল। তেন্তে আমাৰ মনৰ কথা কওঁ। অসমৰ পৰিস্থিতিলৈ চাই অসম কংগ্ৰেছে এইবাৰ মন্ত্ৰীত্ব পদ গ্ৰহণ কৰা উচিত। নহলে অসম দেশ অসম হৈ নাথাকে।" এই কথা শুনি তেওঁলোকে ইটিয়ে সিটিৰ মুখলৈ চাই হাঁহিলে। তেতিয়া আমি ক'লো "বুজিছো, তোমালোকে কি ভাবিছা। মই নিজে মন্ত্ৰীপদ বিচৰা নাই। মই খবৰ কাগজত আগধৰি লিখি জনাম, মই নিজে সেই পদৰ প্ৰাৰ্থী নহওঁ।" ইমানতে কথা শেষ হ'ল। পাছত যেতিয়া স্বনামধন্য নেতাজী আৰু মৌলানা আজাদ অসমলৈ আহি পৰিস্থিতি চাই প্ৰাতঃস্মৰণীয় গোপীনাথ বৰদলৈক মন্ত্ৰীসভা গঠন কৰিবলৈ অনুমতি দিলে, সেই খবৰ পাই উকীলখানাত আমাক উপলুঙা কৰি কোৱা মেলা কৰে—"ফুকনে চহী নকৰি এতিয়া চাগৈ আক্ষেপ কৰিছে।" সেই সময়ত ৰবলাটকো ক'লা পতাকা দেখুওৱা দেশনেতা ৺গঙ্গাধৰ বৰকটকীয়ে তেওঁলোকক প্ৰতিবাদ কৰি কলে "ফুকনক তোমালোকে চিনা নাই, তেন্তে চোৱা—মই এতিয়াই সভ্য কৰি আহিছো।" আহিয়েই মোক কলে—"বামুণে হাত পাতিছো, চাৰি অনা দক্ষিণা দিয়ক।" আমিও কলো "ফৰ্মখন আনিছেনে?" তেখেতে ফৰ্মখন দিলে আৰু "বৰদলৈয়ে যেতিয়া মন্ত্ৰীসভা গঠন কৰিব, সেইদিন ধৰি আমি কংগ্ৰেছৰ সভ্য হ'বলৈ আপত্তি নাই" বুলি তেতিয়াই ফৰ্মত চহী কৰি দিলো। সেই দিন ধৰি আজিলৈকে আমি

'মহাত্মাৰ কংগ্ৰেছ' আকৌ কেনেকৈ ঘূৰি আহে তাৰ বাবে দিনে ৰাতিয়ে নানা ভাবে চিন্তা কৰি আহিছো।

৩০। আপুনি স্কুলত কাম কৰি থাকোঁতে কাউন্সিললৈ কিয় গৈছিল ?

প্ৰশ্নটো গুৰুত্বপূৰ্ণই হৈছে। আমি সদায় কৈ আহিছো শিক্ষকে ৰাজনীতিত সক্ৰিয় ভাবে সোমোৱা উচিত নহয়। কিন্তু জাতীয় গুৰুত্বপূৰ্ণ সমস্যাত অন্যকি ছাত্ৰকো সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ কৈছো আৰু অপৰিহাৰ্য্য কৰ্ত্তব্য বুলিও কৈছো। আমাৰ শিক্ষকতা প্ৰকৃততে এজন শিক্ষা দিয়া শিক্ষকৰ বুলি ধৰা নাছিলো। আমি জীৱনত শিক্ষাত পাছ পৰা নিজ দেশত শিক্ষা দিয়াতকৈ "শিক্ষা বিস্তাৰ" কামহে, আগত আদৰ্শ স্বৰূপে ৰাখিছিলো। গতিকে সেই কামত শিক্ষানীতিতকৈ ৰাজনীতিয়ে বেচি কাম দিব বুলি সক্ৰিয় ৰাজনীতি গ্ৰহণ কৰো। যথাৰ্থতে আমি স্কুললৈ সময়ত গৈ সময়ত অহা, পঢ়ুৱাব লগা পাঠখিনি চাই-চিন্তি পঢ়ুৱাই অহা বিধৰ শিক্ষক নাছিলো। শিক্ষা বিস্তাৰ কৰা আৰু সেই আদৰ্শত শিক্ষক, ছাত্ৰ, অভিভাৱক, দেশৰ নেতৃস্থানীয় সকলক পাৰ্য্যমানে প্ৰভাৱান্বিত কৰি তোলাই আমাৰ জীৱনৰ ব্ৰত কৰি লৈছিলো। এতিয়াও ক'ব পাৰো আমাৰ সেইটো ভুল হোৱা নাছিল। কাউন্সিলত সোমাইহে এই সকলো ক্ষেত্ৰত নিজৰ সামান্য হ'লেও প্ৰভাৱ বিস্তাৰ কৰি যিকণ কৃতকাৰ্য্যতা লাভ কৰিছিলো, তাকে কৰিব পাৰিছিলো। এই কাৰণে আমি নিজকে কৃতী শিক্ষক বুলি নাভাবো, কিন্তু কৃতী শিক্ষকসকলৰ বাণী-মন্দিৰ বিলাকত ভুকি লৈ ফুল আনি দিয়া পৰিচাৰকৰ কামহে কৰিছিলো।

৩১। "অসমীয়া" আৰু "দৈনিক বাতৰি"ৰ লগত আপোনাৰ কেনে সম্বন্ধ আছিল সেই বিষয়ে এবাৰ ক'বনে ?

ছাত্ৰাৱস্থাৰ পৰাই সম্বাদ-পত্ৰত লেখা আৰু সম্বাদ-পত্ৰ পঢ়া এটা স্বাভাৱিক ধাউতি আছিল। ডিব্ৰুগড়ত আলোচনী ক্লাবে যেতিয়া "আলোচনী" পত্ৰিকা বন্ধ কৰি দিব খোজে, আমি নিজে খৰচ বহন কৰি ক্ষতিগ্ৰস্ত হৈয়ো তাক চলাওঁ। এই কামত শেহত **Assam Tribune** ৰ সুযোগ্য সম্পাদক হৈ ভাৰতীয় সাংবাদিকৰ অন্যতম হৈ উঠা শ্ৰীলক্ষ্মীনাথ ফুকনদেৱে সম্পূৰ্ণৰূপে সহায় কৰে। তেওঁ তাক সজাই-পৰাই প্ৰবন্ধ-পাতি গোটাই যুগুত কৰে। আমাৰ

কাম সম্পাদকৰ দায়িত্ব আৰু চকু দিয়া বিধৰ আছিল। "অসমীয়া'ৰ (সাদিনীয়া) জন্ম কাহিনীও আকস্মিক যদিও সকলো কামতে একনিষ্ঠ "প্ৰতিমা"ৰ ধনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱে জৰ্জ স্কুল স্থাপনৰ দিন ধৰি প্ৰকৃত সমাজ সেৱাৰ কামত নানা পৰিকল্পনা কৰি আমাক উদগনি দিছিল। এটি সৰু ছাপাখানা প্ৰতিষ্ঠা কৰাও অন্যতম উদ্দেশ্য আছিল। আঁচনি আদি প্ৰস্তুত কৰা আছিল। আমিহে আৰু এবছৰৰ পাছত এনে কাম হাতত ল'বলৈ তেখেতক অপেক্ষা কৰিবলৈ কৈছিলো। এনেতে, আগৰ বছৰত আমি শঙ্কৰদেৱৰ তিথি মহোৎসৱত এটি "সাৰ্বজনীন" শঙ্কৰদেৱ নামঘৰ প্ৰতিষ্ঠা কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰাই সভাতে ৪।৫ জনৰ ভিতৰতে তিনি হাজাৰ টকা দানৰ প্ৰতিশ্ৰুতি পাওঁ। সেই সপ্তাহৰ "টাইমচ্ অব আসামত" তাকে সমালোচনা কৰি "ফুকনে কালিকা পুৰাণত লেখা কলিত একাকাৰ আনিব খুজিছে" বুলি ব্যঙ্গ সমালোচনা কৰে আৰু তাৰ প্ৰতিবাদ নছপাওঁ বোলোঁতেই "অসমীয়াৰ" জন্ম। আমি সেই ঢালেই তামোলবাৰী বাগিছালৈ গৈ সেই স্কীম মতে তিনিচুকীয়াৰ স্বৰ্গীয় লক্ষেশ্বৰ দত্তৰ সৰু প্ৰেছখন কিনি আনি এমাহৰ ভিতৰতে সাদিনীয়া "অসমীয়া" উলিয়াবলৈ সক্ষম হওঁ। স্বনামধন্য চন্দ্ৰকুমাৰ আগৰৱালাৰ জহত অসমীয়া ৰাইজে "অসমীয়া" পঢ়িবলৈ পালে। আমিও অন্য এটি প্ৰখ্যাত চাহ খেতিয়ক বেজবৰুৱা পৰিয়ালৰ ধনেৰে আন এজন সুযোগ্য সম্পাদক শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱাৰ সুদীৰ্ঘ কাল সম্পাদনাত "নতুন-অসমীয়া" ৰূপ লৈ দিনৰ বাতৰি দিনে যোগাই আছে। আগৰৱালা দেৱে কাকতখনৰ নামকৰণ কৰিব খুজিছিল "অসম মিত্ৰ"। আমি গুৰিৰে পৰা "অসমীয়া" নামাকৰণ কৰিবলৈ সদায় তেখেতক খাটি আহিছিলো। শেহত তেখেত মান্তি হ'ল। যিদিনা প্ৰথম সংখ্যাৰ ২৫ কপি, লগতে দিনে-ৰাতিয়ে খাটনিৰ বাবে কঁপনি জ্বৰ লৈ ৰাতি ৪ বজাত কাকত উলিয়াই ঘৰলৈ যাওঁ, আৰু প্ৰথম কপি ডাঙৰীয়া বংশীধৰ বৰুৱাক দিবলৈ পঠাওঁ ( তেখেতৰ তেতিয়া বয়স ৮০ৰ ওপৰ ) তেখেতে কাকতখন হাতত লৈয়ে 'বোপাই' অসমীয়া নামটোত অসম মাতৃৰ মূৰ্ত্তি দেখা যেন লাগিল" বুলি মন্তব্য কৰাত মোৰ জ্বৰৰ কঁপনি পাহৰি গ'লো।

"দৈনিক বাতৰি"ৰ কাহিনীও তদ্ৰূপ। স্বনামধন্য শিৱপ্ৰসাদ বৰুৱাই "বাতৰি" নাম দি প্ৰথমতে সাদিনীয়া কাকত এখন উলিয়ায। তেতিয়া নামত তেওঁ সম্পাদক থাকিলেও, মই বাগিছাৰ পৰাই (তেতিয়া এখন বাগিছা খোলো) সম্পাদকীয় প্ৰবন্ধ পঠাওঁ। শেহত যোৰহাটলৈ আহি সম্পূৰ্ণ সম্পাদকৰ ভাৰ লওঁ। নিজৰ প্ৰেছ অনাৰ ব্যৱস্থা কৰো। পাছত তেওঁক বঢ়াই বুজাই

সমবসাহ দি তাক দৈনিক কৰি তোলো। সেয়ে অসমত দৈনিক পত্রিকাৰ আৰম্ভ। পাছত লোকচান হোৱাত বকৰা দেৱে বন্ধ কৰিলে। আমি নিজে দায়িত্ব লৈ চলাব খোজাত, তেখেতে আমিও ক্ষতিগ্রস্ত হ'ম, এই ভয়ত মান্তি নহল। এই সকলো ক্ষেত্রতে, আমাৰ উদ্দেশ্য আছিল অসমত প্রবল জনমত গঢ়ি তোলা, অসমীয়া জাতিৰ জাতীযতা ৰক্ষা কৰা, জনসাধাৰণৰ মাজত সকলো প্রকাৰ সমাজ উন্নয়নৰ কথা প্রচাৰ কৰা।

৩২। আপুনি শিক্ষকতাৰ আদর্শ লৈ আকৌ চাহ বাগিচা খুলিবলৈ গৈছিল কিয় ?

এই প্রশ্ন অনেকে কৰে। এই কথা অন্তৰৰ পৰা ক'ব খোজো "ধনী'' হ বলৈ নহয়। প্রথম কথা, অসমৰ সকলোজন সিংহ পুৰুষে নানা বাধা-বিঘিনিৰ মাজতো মণিৰাম দেৱানে দেখুৱাই যোৱা চাহ বাগিছা খুলিবলৈ ধৰে। আমাৰ পিতামহেও সেই বাগিছা খুলিছিল। সেই ক্ষেত্রতো এটা প্রেৰণাৰ বশীভূত হৈ এই কামলৈ সাহ দি ওলাওঁ। তাতে এজন চফল ডেকাই ( পূৰ্বত উল্লেখ কৰা ৺যোগেন্দ্রনাথ ৰাজখোৱাই ) একৰকম টানি নিযে। উদ্দেশ্য আছিল, বোধহয আদর্শবাদী স্বভাৱৰ বাবে, তাৰ ধনেৰে শিক্ষা বিস্তাৰো কৰিব পাৰিম। এজন নিগ্রো ক্রীতদাসৰ সন্তানে নিজ জীৱনত "কাটছ্‌গাজী'' নামৰ নিগ্রো বিশ্ববিদ্যালয এটি স্থাপন কৰে। আমি নিজে তেনে এটা কামলৈ আগবাঢ়িব কিয নোৱাৰিম ? ডিব্রুগড টাউনৰ সীমাতে চাউলখোৱাত দুশ বিঘামান মাটিত এটা কলেজ স্থাপন কৰি, তাতে নিচেই সৰুকৈ বিশ্ববিদ্যালয়ৰ আৰ্হিত এটি শিক্ষাকেন্দ্র গঢ়ি তুলিম, এনে এটি দিবাস্বপ্নই মনত ঠাই লয। বাগিছাখন সুন্দৰ হৈ উঠিছিল। প্রথম শ্রেণীৰ বাগিছা বুলি সকলোৱে কৈছিল। কিন্তু, ক'ব নোখোজো কেনেকৈ হাতৰ মুঠিতে নাইকিযা হ'ল। কল্পনা আছিল অন্য প্রকাৰে নোৱাৰিলেও তাৰ উপাৰ্জনেৰেই এনে এটি অনুষ্ঠান গঢ়ি তুলিম। নিজেও জ্যেষ্ঠজনৰ পৰিযালক টনকিয়াল কৰিব পাৰিম। পৰিযালৰ যি টি ৰত্ন আছিল জীৱন ৰাম ফুকন, তেওঁকো হেৰুৱালো। এই খিনিতে ক'ব খোজো মোৰ জীৱনৰ অভিজ্ঞতা—মানুহৰ সুখ, দুখ, ধন-সম্পত্তি, মান-সন্মান এটি অদৃশ্য শক্তিয়ে নির্ণয কৰে। গতিকে, সেই বিশ্বাসত আশ্বস্ত হ'লে, জীৱনৰ সকলো অৱস্থাতে নির্লিপ্ত সুখৰ আনন্দ পোৱা যায়।

## : শিক্ষাৰ বিষয়ে অভিমত :

৩৩। শিক্ষাৰ আদৰ্শ কি হোৱা উচিত ?

এই প্ৰসঙ্গত শিক্ষাৰ আদৰ্শ আৰু মাধ্যমৰ বিষযে মোৰ নিজ জীৱনৰ অভিজ্ঞতাৰ পৰাই এষাৰ কথা নিঃসন্দেহে ক'ব পাৰো যে আমাৰ সময়ত ইংৰাজী নাজানিলে, মাতৃভাষাত, আনকি সংস্কৃত ভাষাত, অগাধ পণ্ডিতো খুব যেন শিক্ষিতৰ শাৰীত নপৰে, এনেকুৱা এটা মনৰ অধোগতি ঘটিছিল। ইংৰাজী নজনা মানুহ শিক্ষিত যেন হ'বই নোৱাৰে। সেই সময়ত আমাৰ ধৰ্ম্ম-বিশ্বাস, আচাৰ-ব্যৱহাৰ আৰু মনৰ গতি সকলো প্ৰকাৰে অধোগতি পাইছিল। গতিকে পাশ্চাত্য শিক্ষাৰ মাধ্যমেৰে নৱোন্মেষ ( Renaissance ) পোৱা অসম্ভৱ কিয়, বঙ্গদেশ আদি সকলো ঠাইতে, নিজৰ ধৰ্ম্ম, সমাজ, আচাৰ-ব্যৱহাৰ আৰু সংস্কৃতি সকলো বিষয়তে এটা বিতস্পৃহা জন্মিছিল। ইও মনস্তত্বৰ ফালৰ পৰা স্বাভাৱিক বুলি ক'ব লাগিব।

সেই হিচাবে মোৰ ছাত্ৰাৱস্থাত আৰু তাৰ পাছতো, ডেকা কালত প্ৰকৃততে বিশ্বাস কৰিছিলো যে পাশ্চাত্য সভ্যতাহে যেন আচল সভ্যতা। ইংৰাজ জাতি আমাৰ দেশ শাসন কৰিবলৈকে আহিছিল। গতিকে আজি মই ক'ব পাৰো যে এটা জাতিক অন্য এটা জাতিয়ে গাৰ বলেৰে যিমানদূৰ বাব পাৰে, তাতকৈ শাসিত জাতিৰ ওপৰত তেওঁলোকৰ শিক্ষা-দীক্ষা ধৰ্মব্যৱহাৰ জাপি বেচি বাব পাৰে। গতিকে আজি মই নিঃসন্দেহে ক'ব পাৰো যে বৰ্ত্তমান আমাৰ শিক্ষাৰ আদৰ্শ পদ্ধতি আৰু শিক্ষাৰ মাধ্যম স্বাধীন ভাবতৰ শিক্ষা হ'ব নোৱাৰে। তাৰ প্ৰমাণ পাবলৈ বেচি দূৰলৈ যাব নেলাগে। কাৰণ এতিয়াও শিক্ষিত সম্প্ৰদায়ৰ ভিতৰত পাশ্চাত্য সভ্যতাৰ বাহ্যিক আচাৰ-ব্যৱহাৰ, থকা মেলা, অনুকৰণ কৰাটো আগতকৈ বাঢ়ি গৈছে। ইংৰাজীৰ মাধ্যমেৰে শিক্ষা দিয়াৰ উদ্দেশ্য হ'ব লাগিছিল নিজক চৰিত্ৰবান কৰা আৰু জাতীয় আদৰ্শমুখী কৰি তোলা।

৩৪। বৰ্ত্তমান শিক্ষা ব্যৱস্থা আৰু পৰীক্ষা-পদ্ধতিত কিবা ত্ৰুটি দেখিছেনে ?

নিশ্চয়। এই দুই বিষয়ে নিশ্চয় ত্ৰুটি ঘটিছে। মই নিজে পঢোতে আৰু তাৰ পাছত ১৫।২০ বছৰ শিক্ষকতাৰ অভিজ্ঞতাৰ পৰা ক'ব খোজো যে বৰ্ত্তমান যিটো মুখস্থ বিদ্যা সেইটো এটা মাৰাত্মক কথা আৰু ছাত্ৰই পৰীক্ষা সহায়িকা

( Notes ) আৰু নানান ধৰণৰ সম্ভাব্য প্ৰশ্ন ( Possible Questions ) আৰু উত্তৰ বিষয়ক ( Help Book ) আদি বজাৰত ওলোৱা কিতাপত নিৰ্ভৰ কৰি চলিছে। তাৰ উপৰি, শিক্ষক আৰু অধ্যাপক সকলে শ্ৰেণীত ( Class ) পঢ়োৱাতকৈ আৰম্ভণিৰে পৰাই ছাত্ৰক লিখি লোৱা ( Notedown ) বুলি ক'বলৈ ধৰিলে। পাঠ্য পুস্তকত বাছি বাছি একোটা অংশ পৰীক্ষাৰ কাৰণে দৰকাৰী বুলি ( Important ) ক'বলৈ ধৰিলে। অতীতৰ পৰাই চলি অহা "পৰিপ্ৰশ্নেন প্ৰণিপাতেন সেৱযা" এই সাকৰা প্ৰবচনটি প্ৰযোগ কৰি ছাত্ৰক বিদ্যা শিক্ষা ( Lessons ) দিব লাগে আৰু সেই উপদেশ শিক্ষাৰ্থীৰ মনত সুমুৱাই দিব লাগে। সেই নীতি পদ্ধতিৰ ঠাইত বৈজ্ঞানিক যুগৰ দোহাই দি শিক্ষাত এতিয়া Workshop হয়। আধুনিকতাৰ নামত যেনেকৈ কুমাৰ চাকত ঘূৰাই মাটি এলদাক নানা গঢ় দিয়ে তেনেকৈ বৈজ্ঞানিক যুগৰ দোহাই দি বৰ্ত্তমান শিক্ষাপদ্ধতিয়ে ছাত্ৰক যান্ত্ৰিক কৰি তুলিছে। প্ৰকৃততে শিক্ষা কেতিয়াও যান্ত্ৰিক হ'ব নোৱাৰে।

বৰ্ত্তমানে লিখা পাঠ্যপুথিৰ বিষযবিলাক সম্পূৰ্ণ ভাল ধানৰ কঠীয়া বুলিব নোৱাৰি। জাবৰ-জোথৰো ভৰি আছে। কিন্তু তাকেই শিক্ষাৰ্থী সকলক ব্যৱহাৰ কৰিবলৈ দিয়া হৈছে। ইয়াৰ ফলত বিদ্যাৰ্থীসকলে পৰীক্ষাৰ সময়ত নিজস্ব মেধা প্ৰকাশ কৰিব নোৱাৰা হৈছে। এইটো সচাঁকৈয়ে বৰ দুখৰ বিষয়। বৰ্ত্তমান শিক্ষাপদ্ধতিত এইটো এটা মন কৰিবলগীয়া ত্ৰুটি, যিটোৱে শিক্ষক আৰু অভিভাৱকসকলৰ দৃষ্টি আকৰ্ষণ কৰিছে। মোৰ অভিজ্ঞতাৰ পৰা দৃঢ় বিশ্বাসেৰে কওঁ যে প্ৰাইভেট টিউশ্যনে ( Private tuition ) শিক্ষক আৰু শিক্ষাৰ্থীক সহায কৰাতকৈ বেছি অন্যায় কৰিছে। এজন শিক্ষকে কেইবাটাও প্ৰাইভেট টিউশ্যন লয, অৰ্থৰ অনাটনৰ যুগত। গতিকে তেওঁ শ্ৰেণীত পঢ়ুৱাবৰ নিমিত্তে আগধৰি ধীৰ স্থিৰ ভাৱে যি বিষযে পঢ়ুৱাব, সেই বিষযে নিজে ভালকৈ প্ৰস্তুত হৈ যাবলৈ সময নাপায়। তদুপৰি কেইবাটাও প্ৰাইভেট টিউশ্যন লৈ নিজে ভাগৰি পৰে। গতিকে শ্ৰেণীত সোমাই যিটো শক্তি আৰু উদ্যমেৰে বিদ্যাৰ্থীৰ মন আকৰ্ষণ কৰি পঢ়ুৱাব লাগে, তাৰ ঠাইত এটা অৱসাদৰ ভাবহে মনলৈ আহে। তেনে এজন শিক্ষকৰ পৰা শিক্ষালৈ ( সিজন যিমানেই যোগ্য নহওক ) কোনো ছাত্ৰ বা ছাত্ৰীয়ে অনুপ্ৰেৰণা পাব নোৱাৰে। এই সকলো বিলাক সমূহীয়া কাৰণত বেছি ভাগ বিদ্যাৰ্থীয়ে পৰীক্ষাত ফেল কৰে। গতিকে প্ৰাইভেট টিউশ্যনৰ বহু ত্ৰুটি-বিচ্যুতি আছে। সেইবোৰ ইয়াত উল্লেখ কৰিব নোখোজো। মুঠতে কব খোজো যে যিবিলাক



দিল্লীত পণ্ডিত
জৱাহৰলালক সম্বৰ্দ্ধনা
জনাওঁতে ককা।



দিল্লীত পণ্ডিত জৱাহৰলালক
সম্বৰ্দ্ধনা জনাওঁতে ককা।



কাকা কালেলকাৰ
আৰু আন সদস্যৰ
লগত গৰ্কী ভৱনত
গৰ্কী পৰিয়ালৰ সতে
ককা।





নিমাতী ঘাটত সন্ত
বিনোৱাজীৰ লগত ককা

ৰাজগাৰত সন্তবিনোৱাজীৰ লগত ককা।



ন-আলি ঢেকীয়াজুলিত ককা।

ঢকুৱাখানাত ৰাজহুৱা সভাত ভাষণৰত
( ভূদান )



লিখকৰ সতে গুৱাহাটী চাৰ্কিট হাউচত সাক্ষাৎকাৰ লোৱা সমযত ককা।





তেজপুৰ চাৰ্কিট হাউচত, ককা আৰু নাতি শ্ৰীগোকুল ডেকা।



ডিব্ৰুগড়ত মফিজুদ্দিন আহমেদ শতবাৰ্ষিকী অনুষ্ঠানত ভাষণৰত ককা।



মৈত্ৰী আশ্ৰমত ককা



যোৰহাটত অনুষ্ঠিত হোৱা অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সন্মিলনৰ অষ্টাদশ বাৰ্ষিক অধিবেশনৰ কক্ষ।



যোৰহাটত অনুষ্ঠিত হোৱা অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সন্মিলনৰ অষ্টাদশ বাৰ্ষিক অধিবেশনত কক্ষ।



সোৱণশিৰী সন্থাৰ জন জাতীয় ছাত্ৰীবাসত।

বিদ্যাৰ্থীয়ে শ্ৰেণীত যি বিষয়ত আগ বাঢ়িব খোজে, অথচ নোৱাৰে সেই বিষয়ত আগবঢ়াই নিবলৈ বিশেষ ধৰণৰ প্ৰশিক্ষণৰ মাধ্যমেৰে শিক্ষা দিয়া উচিত। তেনে শিক্ষা গ্ৰহণ কৰি শিক্ষাৰ্থীসকলে পৰীক্ষাত শীৰ্ষস্থান লাভ কৰিব আৰু জীৱন সম্পূৰ্ণৰূপে আনন্দময় কৰি তুলিবৰ যোগ্য হব।

তেতিয়াৰ দিনৰ শিক্ষাই এজন জ্ঞানে ঢুকি নোপোৱা শিক্ষাৰ মাধ্যমেৰে শৰীৰ, মন আৰু আত্মাক সম অৱস্থাত ৰাখি মানুহ নামৰ যথাৰ্থ উপযুক্ত কৰি তুলিছিল। এই বৈজ্ঞানিক যুগৰ শিক্ষাই মানুহক যান্ত্ৰিক ( **Mechanical** ) কৰি তুলিবলৈ লক্ষ্য ৰাখিছে। মানুহৰ মানবীয় যিবিলাক বিভূতি অৰ্থাৎ অনুভূতি তালৈ পিঠি দিছে। তাৰ ফলত মানুহ যিমানে বৈজ্ঞানিক শিক্ষাৰ বলত অসম্ভৱক সম্ভৱ কৰিছে, তাৰ জোখাৰে ৰক্তমাংসৰ সংঘৰ্ষ কমাব পৰা নাই, বৰং বৃদ্ধিহে কৰিছে।

৩৫। আপুনি প্ৰাচীন শিক্ষা পদ্ধতি আৰু বৰ্ত্তমান শিক্ষা পদ্ধতিৰ ভিতৰত কি পাৰ্থক্য দেখিছে ?

প্ৰাচীন ভাৰতৰ কিয়, গোটেই পৃথিৱীতে প্ৰাচীন সভ্যতাই একোজন ছাত্ৰ বা ছাত্ৰীক যেনে বিদ্যা শিক্ষা আৰম্ভৰ পৰা দিছিল, তাৰ ঘাই উদ্দেশ্য আছিল, সেই ছাত্ৰজনক সমাজৰ যি কোনো ক্ষেত্ৰতে উপযুক্ত কৰি তুলিব পৰা। সেই আদৰ্শ'ত শিক্ষা দিয়া হৈছিল অৰ্থাৎ একেষাৰ কথাত কবলৈ হলে এজন ছাত্ৰক "মানুহ" কৰি কেনেকৈ তুলিব পাৰি সেই আদৰ্শ আছিল। সেই কাৰণে বৈজ্ঞানিক যুগত ছাত্ৰাবাসত ( **Hostel** ) ৰাখি যেনে শিক্ষা দিয়া হয়, সেযেই প্ৰকৃত শিক্ষা বুলি ধৰি লোৱা হৈছে। প্ৰাচীন কালত সেই কাম বা শিক্ষা গুৰুগৃহত বা আশ্ৰমত থাকি সমাধান কৰা হৈছিল। বৰং সেই সময়ত ছাত্ৰক ব্ৰহ্মচৰ্য্য ব্ৰতত ভেটি কৰি গুৰুগৃহত সকলো প্ৰকাৰ শাৰীৰিক, মানসিক আৰু নৈতিক পৰিবেশত যিটো শিক্ষা দিয়া হৈছিল, সি প্ৰকৃততে বৰ্ত্তমান সময়তো প্ৰয়োগ কৰিব পৰা সুস্থ দেহ, সুস্থ মন ( **Sound health and Sound mind** ) বা সাধাৰণ গাঁৱলীয়া কথাৰে কবলৈ গলে "দেহা থাকিলে বেহা" এই মহৎ আদৰ্শ ৰাখি শিক্ষা দিয়া হৈছিল। এতিয়া বৈজ্ঞানিক শিক্ষাৰ নামত প্ৰকৃততে যান্ত্ৰিক যুগত মানুহক যন্ত্ৰ কৰি পেলোৱা হৈছে। মানুহ কোনো যন্ত্ৰ হব নোৱাৰে। মানুহৰ ভিতৰত বাল্যকালৰ পৰা যিটো "চৈতন্য শক্তি" থাকে সেইটোৱেহে আচলতে মানুহৰ ব্যক্তিত্ব তৈয়াৰ কৰে। আৰু

এই চৈতন্য শক্তিয়েই" শিক্ষাৰ মাধ্যমেৰে মানুহক মানবীয় আৰু ধৰ্মীয় গুণৰ অধিকাৰী কৰি তোলে।

৩৬। দেশৰ স্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ত কেনে ধৰণৰ শিক্ষা প্ৰদান কৰা উচিত ?

শিক্ষা বস্তুটো বাহিৰৰ পৰা ছাত্ৰৰ গাত জাপি দিয়া বস্তু নহয়। ল'ৰাৰ জন্মদিনৰ পৰা যিবিলাক ইন্দ্ৰিয় আৰু অতীন্দ্ৰিয় অনুভূতি লৈ জন্মগ্ৰহণ কৰে, সেই ( tendency ) প্ৰবৃত্তিবিলাকৰ উৎকৰ্ষ সাধন কৰাই শিক্ষাৰ ঘাই উদ্দেশ্য। যেনে কোলাত থাকোঁতেই এটা সন্তানে হাত, ভৰি, চকু, কাণ ইত্যাদি ইন্দ্ৰিয়-বিলাক লৈয়ে জন্মগ্ৰহণ কৰে, সেইদৰে তাৰ মস্তিষ্ক আৰু অন্তৰতো নানা প্ৰকাৰ অনুভূতি লৈ আছে। ভূমিষ্ঠ হোৱাৰ পাচত সন্তানটোৰ যিদৰে গঠনমূলক ভাবে ( Organically ) অঙ্গ-প্ৰত্যঙ্গবোৰে দিনে দিনে চকুত নপৰাকৈ বাঢ়ি আহে আৰু যথাসময়ত স্বাভাৱিক নিয়মত অঙ্গ-প্ৰত্যঙ্গবিলাকে আপোনা আপুনি নানা তৰহৰ কাম কৰিবলৈ সক্ষম হয় আৰু বিচাৰে, সেইদৰে মনৰ আৰু অন্তৰৰ অনুভূতিবিলাকো প্ৰকাশ কৰিবলৈ স্বভাৱতে বিচাৰে, মনৰ আৰু অন্তৰৰ অনুভূতি প্ৰকাশ কৰাটো এটা টান কাম, গতিকে শিক্ষা বুলিলে এটা শিশুৰ শাৰীৰিক, অৰ্থাৎ অৱয়ৱিক গঢ ব্যায়াম আদিৰ যোগে যিদৰে দিয়া হয়, অনুভূতিবিলাক সেইদৰে সমান্তৰাল ভাবে গঢ দিব লাগিব। গতিকে শিক্ষা বস্তুটো, এটা সন্তানক "মানুহ" কৰি তোলা বৈজ্ঞানিক প্ৰণালী বুলি কব পাৰি। ইয়াত বৈজ্ঞানিক অৰ্থ যান্ত্ৰিক নহয়, ই বিশেষকৈ প্ৰাণীতত্ত্বৰ ওপৰত ভেটি কৰি দিয়া বস্তু। অতীতত আমাৰ দেশত এই কথালৈ লক্ষ্য ৰাখি ল'ৰা-ছোৱালীক ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰোৱা হৈছিল, অৰ্থাৎ সৰু কালতেই ঋষি-মুনি আশ্ৰমত বা গুৰুকুলত থাকি যিটো শিক্ষা পাইছিল, সেই শিক্ষাৰ ফলত শিক্ষাৰ্থীজনে সৰুৰে-পৰা, ঈশ্বৰ বিশ্বাস, নৈতিকআচৰণ, শিক্ষাৰ বিষয় বস্তুত আস্থা আৰু স্নান, পান, ভোজন সকলো বিষয়তে পবিত্ৰতা ৰক্ষা কৰি চলাৰ বাবে দিনে দিনে শাৰীৰিক, মানসিক, নৈতিক স্বাস্থ্য লাভ কৰি যেতিয়া যৌৱন অৱস্থাত ভৰি দিয়ে, তেতিয়া সক্ষম আৰু সুচিন্তাৰ মাজেদি গাৰ্হস্থ্য জীৱন নিৰাময় ভাবে পালন কৰি যথাৰ্থ সুখ সম্পদ ভোগ কৰিবলৈ সক্ষম হৈছিল। সুস্থ শৰীৰে, স্বভাৱতে বাহ্যিক লাহ-বিলাহেৰে নিজক সুখী বুলি নাভাবে। গতিকে "Sound mind in a sound body আৰু Plain living and high thinking" অতীতৰ

দুটি প্ৰবচন আশ্ৰম-সুলভ শিক্ষাৰ মাজেদি পোৱা বস্তু আছিল। তেনে শিক্ষাই বাহ্যিক আড়ম্বৰত ব্যৱহাৰ কৰা দ্ৰব্যসম্ভাৰতকৈ মানসিক, নৈতিক, আধ্যাত্মিক বিভূতিৰে বিভূষিত হৈ নিজৰ আৰু সমাজৰ সৌন্দৰ্য্য বঢ়াইছিল। সাংস্কৃতিক জীৱনৰ মাজেদি, নানা বিপৰ্য্যয়ৰ মাজত, নিৰ্লিপ্ত অন্তৰে সন্তুষ্ট হৈ থাকিব পাৰিছিল। এই আদৰ্শৰ লগত তুলনা কৰিলে বৰ্ত্তমান শিক্ষা নীতি শিক্ষাৰ উদ্দেশ্য সম্পূৰ্ণৰূপে আদৰ্শভ্ৰষ্ট হৈ পৰিছে। অৰ্থকৰী বিদ্যাৰ বাবেই আজি কালি ল'ৰাক শিক্ষা দিয়া হয়, কিন্তু শিক্ষাৰ মূল উদ্দেশ্য হৈছে এজন ল'ৰাক সম্পূৰ্ণ "মানুহ" কৰি সংসাৰত আত্মনিৰ্ভৰশীল ( Self-dependent ) হৈ আত্মবিশ্বাসৰ ( Self-confidence ) বলত আত্মজ্ঞান লাভ কৰি নিয়মিত ভাবে সংসাৰ ধৰ্ম্ম পালন কৰা। আজিৰ শিক্ষাই ল ৰাক সম্পূৰ্ণ বিজতৰীয়া কৰি তুলিছে। শিক্ষাই এটা জাতিক সদায় প্ৰগতিৰ পথত নিব লাগিব, সেয়ে নিজৰ জাতীয় সংস্কৃতিৰ পদানুসৰণ কৰি সমাজ ব্যৱস্থাৰ অনুকূলে যোৱা হব লাগিব। মুঠতে শিক্ষা বস্তুটো বৰ্দ্ধিষ্ণু জ্ঞান (Organic), যান্ত্ৰিক (Mechanical) নহয়।

৩৭। ভাৰতৰ নিচিনা এখন দুখীয়া আৰু অনুন্নত দেশত অশিক্ষিত মানুহৰ মাজত শিক্ষা বিস্তাৰৰ কাৰণে ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰে আৰু কি ধৰণৰ আঁচনি লোৱা উচিত ?

ভাৰতৰ ৫৫ কোটি লোকৰ ভিতৰত এতিয়াও প্ৰায় শতকৰা ৭৫ জন নিৰক্ষৰ লোক। গতিকে ভাৰতৰ দৰে এখন দেশে যি স্থলত বাকী ২৫জন শিক্ষিতৰ ভিতৰতে শতকৰা ৭৫ জনক কোনো জীৱিকা দিব পৰা নাই , তেনেস্থলত দেশৰ নিৰক্ষৰতা দূৰ কৰিবলৈ চৰকাৰে কোটি কোটি টকা খৰছ কৰি কোনো সুফল দেখা নাযায়, কাজেই বৰ্ত্তমান যিটো ( Adult Education ) প্ৰাপ্ত বয়স্ক শিক্ষা দিয়া হৈছে সি মাত্ৰ এপাচী শাকত এটা জালুক দিয়াৰ নিচিনা হৈছে। নামত শিক্ষা দিয়া হৈছে যদিও, কামত অহা নাই। আমি নিজে শিক্ষকতা কৰি থাকোঁতে ১৯১৩ চনতেই এই শিক্ষা জৰ্জ্জ স্কুলত (George Institution) আৰম্ভ কৰিছিলো। আমি নিজে এই বিষয়ে গভীৰ ভাবে চিন্তাও কৰিছিলো, তাৰ ফলত আমি প্ৰথম অৱস্থাত, গোলাঘাটৰ এখন শিক্ষক সম্মিলনত এই দৰে কৈছিলো, সেই সময়ত মধ্য ছাত্ৰবৃত্তিৰ-পৰা এম, এ পৰীক্ষালৈকে যি-সকলে ডিপ্লোমা পায়, তেওঁলোকে ক্ৰমে বৰ্দ্ধিত নিৰিখত ছাত্ৰবৃত্তিৰ পৰা এম, এ ডিপ্লোমালৈকে নিজ নিজ ঠাইত এটা হিচাবত কিছুমান নিৰক্ষৰ লোকক সাক্ষৰ

কৰিলেহে, ডিপ্লোমা পাব পাৰিব, এই নীতি অৱলম্বন কৰা হলে আজি হয়তো বছৰি এই প্ৰণালীৰে দুই তিনি লাখ বিনা ব্যয়ে নিৰক্ষৰক, সাক্ষৰ কৰিব পৰা হ'লহেঁতেন। গতিকে মোৰ নিজৰ সুচিন্তিত অভিমত এই যে এইদৰে এটা সুচিন্তিত অভিমত আৰু নীতি অৱলম্বন কৰি অকল ডিপ্লোমা পোৱা শিক্ষাৰ্থীয়েই নহয়, অন্যান্য চৰকাৰী আৰু বেচৰকাৰী লোকসকলেও এইদৰে নিজ নিজ বাসস্থানৰ ওচৰত সম্ভৱপৰ কিছুলোকক সাক্ষৰ কৰিবলৈ (সমাজ সেৱাৰ আদৰ্শত) যদি আগবাঢ়ে, আৰু এইটো সামাজিক কৰ্ত্তব্য বুলি ধৰ্ম্মভাবে লয়, তেতিয়া দেশত সাক্ষৰতাৰ অনুকূলে ভালদৰে বতাহ বলিব তেতিয়া অনেকে আপোনা আপুনি এই কামত সহযোগ কৰি এটা সামাজিক কৰ্ত্তব্য পালন কৰা আনন্দ উপভোগ কৰিব। এই কামত শিক্ষিত সমাজৰ ভিতৰত, যি কামতেই নাথাকক এটা প্ৰেৰণাৰ ভাৱ আহিলে, তেওঁলোকে নিজৰ ঠাইত চকুৰ আগত নিৰক্ষৰ লোক দেখিলেই নিজে মাতি আনি সাক্ষৰ কৰিবলৈ, মোৰ মনেৰে, ইচ্ছা কৰিব, সামাজিক চেতনাই এই কাম সাধিব।

৩৮। আমাৰ দেশত বিভিন্ন ৰাজ্যত শিক্ষাপ্ৰদানৰ মাধ্যম আঞ্চলিক ভাষাৰে হব লাগেনে ?

এই বিষয়ে নানা মুনিৰ নানা মত যদিও, ইয়াৰ উত্তৰ লৰ্ড মেকলেৰ (**Lord Macaulay**) কথাৰে মই দিবলৈ বিচাৰো। তেওঁ সেই কালত কৈছিল যে **"It is natural that the Natives of India, should be taught in their native languages, but if England wants to rule over India, it will not be possible to hold India for long time by a handful of Britishers ; unless we create a class of Indians, who will side with us more than their own people. In that case, a large number of Indians should be educated more as Englishmen than Indians. If so, Natives should be taught in the medium of English."** এই কথাই প্ৰমাণ কৰে যে এটা ভাষাযেই অন্য ভাষা-ভাষী লোকৰ ওপৰত কিদৰে প্ৰভাৱ বিস্তাৰ কৰি বিজতৰীয়া কৰি তুলিব পাৰে। আৰু ইয়াৰ প্ৰমাণ আজিও পোৱা যাব যে দেশ স্বাধীন হোৱাৰ ২৩ বছৰৰ পাচতো ইংৰাজী মাধ্যমেৰে শিক্ষা দিয়াৰ মোহ উচ্চ-শিক্ষিতৰ মনৰ পৰা দূৰ হোৱা নাই, এই অব্যৱস্থিত চিত্তৰ বাবে আজি ২৩ বছৰ প্ৰায়টো আযোগে বহিও একো স্থিৰ কৰিব পৰা নাই। তেন্তে এটা ভাষাই অন্য ভাষা-

ভাষী লোকৰ ওপৰত কিমানদূৰ প্ৰভাৱ বিস্তাৰ কৰে, সেই কথালৈ মন কৰি গভীৰ ভাবে চিন্তা কৰিলে, আৰু স্বাধীন দেশৰ স্বাধীন নাগৰিক গঢ়ি তুলিবৰ বাবে শিক্ষা দিব লাগিলে, নিঃসঙ্কোচে কব পাৰি যে প্ৰত্যেক ৰাজ্যতেই নিজৰ মাতৃভাষাৰ মাধ্যমেৰে প্ৰাথমিকৰ পৰা এম, এ, আৰু ডকটৰেটলৈকে শিক্ষা দিব লাগিব। বৰ্ত্তমান যিবিলাক অসুবিধা পাঠ্য পুথি হিচাপে অনুভৱ কৰা যাব তাক যেনে তেনে মতে সহ্য কৰি শিক্ষা দিব লাগিব। বিজ্ঞান সম্পৰ্কে পৰিভাষালৈ পূৰ্ব্বাপৰ নথকা (technical terms) কথা বিলাক সেই ইংৰাজী ভাষাতে চলাই দিলে কোনো হানি নহয়। মুঠতে কব খোজো যে বিভিন্ন ৰাজ্যত শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাত হব লাগে।

৩৯। **সমাজ ব্যৱস্থা, শিক্ষা আৰু বিভিন্ন বিষয়ৰ ওপৰত গবেষণা কৰিবৰ কাৰণে বিশ্ববিদ্যালয় আৰু চৰকাৰে আমাৰ দেশৰ শিক্ষকসকলক কি কি সুবিধা দিছে, আৰু কেনেকৈ আগবঢ়াব পাৰে ?**

বৰ্ত্তমান সময়ত গণতান্ত্ৰিক পদ্ধতিত যিসকল লোকে মন্ত্ৰীসভা গঠন কৰিছে, তেওঁলোকৰ প্ৰায় কেজনেই নিজ নিজ বিষয়ত সম্পূৰ্ণ অনভিজ্ঞ। অথচ সেই বিলাক বিষয়ত তেওঁলোকে নীতি (Policy)নিৰ্দ্ধাৰিত কৰি কাৰ্য্যস্থলত একোখন আঁচনি বা বিষয় কাৰ্য্যকৰী কৰি তুলিব লাগে। গতিকে, তেওঁলোকক সেই সেই বিষয়ৰ অভিজ্ঞতা থকা লোকে পৰামৰ্শ দিলে, তেওঁলোকৰ কাম ভুল হ'ব নোৱাৰে। তেতিয়া আঁচনিবিলাক প্ৰকৃততে বাস্তৱৰূপ দিবলৈ উপযুক্ত হব। এই কাৰণে মই নিজে ভাবি আহিছো আৰু বিধান সভাত থাকোঁতে কৈছিলো যে সকলো বিভাগীয় আঁচনিত বা বিষয়ত বিশ্ববিদ্যালয়ৰ পৰা সেই সেই বিষয়ত উপদেশ (Advise) দিব পৰা অধ্যাপকসকলক লৈ, একোখন উপদেষ্টা সমিতি (Advisory Board) কৰিলে মন্ত্ৰীসকলে নিজ নিজ আঁচনি অথবা বাজেট (Budget) তৈয়াৰ কৰোঁতে অনেকদূৰ কৃতকাৰ্য্য হৈ উঠিব পাৰে বুলি মোৰ বিশ্বাস আৰু এতিয়া দেশত যিমানবিলাক আইন ভঙ্গকাৰী কাম চলিবলৈ ধৰিছে আৰু তৰুণ সমাজত যি অস্থিৰতা দেখা দিছে, আৰু সামাজিক আচাৰ-বিচাৰৰ মাজত যিবিলাক ব্যভিচাৰ সোমাইছে, সেই সকলোবিলাক কথাৰ কিছুদূৰ উপশম কৰিবলৈ হলে, মোৰ বোধেৰে চৰকাৰে বিশ্ববিদ্যালয়ৰ লগত এটা সম্বন্ধ ৰাখি সুচিন্তিত উপায়েৰে বৰ্ত্তমানৰ অস্থিৰতা বা আইন ভঙ্গৰ

উশৃঙ্খলতা অনেকদূৰ কমাব পাৰে. ইয়াকে কৰিবলৈ হলে বিশ্ববিদ্যালয়বিলাকত এইবিলাক বিষয়ৰ ওপৰত কাৰ্য্যকৰী গবেষণা কৰিবলৈ সকলো প্ৰকাৰ ব্যৱস্থা থকা উচিত। আৰু এনে ব্যৱস্থাত চৰকাৰে আৱশ্যকীয় আৰ্থিক সাহায্য দিয়া উচিত বুলিও মই ভাবো।

৪০। আমাৰ দেশৰ বৰ্ত্তমান শিক্ষা ব্যৱস্থাৰ লগত মহাত্মা গান্ধীৰ শিক্ষা ব্যৱস্থাৰ কোনো মিল বা অমিল আপুনি দেখিছেনে কি ?

বৰ্ত্তমান আমাৰ শিক্ষাৰ ব্যৱস্থা আৰু শিক্ষাই এজন ডেকাক কেৱল অফিচত বহি কাম কৰিবলৈ শিকায বাহিৰত শাৰীৰিক পৰিশ্ৰম কৰিবলৈ অকৰ্মণ্য কৰি তোলে আৰু শিক্ষা পালেই সমাজৰ মাজত এটা বেলেগ শ্ৰেণী বুলি ভাবে। তদুপৰি. এই শিক্ষা পোৱা বাবে সমাজৰ লিখা-পঢ়া নজনা বিলাকক অতি হেযজ্ঞান কৰে. মহাত্মাৰ আদৰ্শত সেইটো কোনো শিক্ষাই নহয। তেঁওঁৰ মতে শিক্ষাৰ ঘাই উদ্দেশ্য শৰীৰ ধৰ্ম্ম পালন কৰা, নৈতিক জীৱন গঢ়ি তোলা, আৰু মানসিক চিন্তা পৱিত্ৰ কৰি তোলা। শাৰীৰিক পৰিশ্ৰম লক্ষপতি লোক হলেও কৰিব লাগিব। অৰ্থাৎ যি শিক্ষাই হাতভৰি অঙ্গপ্ৰত্যঙ্গ চালনা কৰিবলৈ নিশিকায আৰু কেৱল অৰ্থকৰী বিদ্যাৰ সমৰ্থন কৰে, তেনে শিক্ষাৰ গান্ধীজীৰ শিক্ষা নীতিত ঠাই নাই। যিটো আক্ষৰিক শিক্ষা, (Literary Education) সেইটো তেওঁ শিক্ষাৰ ঘাই বস্তু বুলি ধৰা নাছিল। প্ৰকৃততে এজন অনাক্ষৰী মানুহ যদি নিজৰ শ্ৰমেৰে ভাত কাপোৰ উলিযাই আৰু লিখাপঢা নাজানিও ধৰ্ম্মভাব, নীতিকথা, সৎ আচৰণ. সত্য নিষ্ঠা. আত্মসংযম ইত্যাদি গুণৰ স্বভাৱতে অধিকাৰী হয তেওঁ তাক অশিক্ষিত বুলি নধৰে। মুঠতে যি শিক্ষাই এজন ল'ৰাক সেই সমাজৰ গলগ্ৰহ নকৰি. আত্ম-নিৰ্ভৰতাৰ ওপৰত চলিব পৰা কৰে. সেযাই তাৰ প্ৰকৃত শিক্ষা। বৰ্ত্তমানৰ শিক্ষা গান্ধীজীৰ মতে এটা অবাস্তৱ শিক্ষা। এইটো সম্পূৰ্ণ ভুল ধাৰণা যে মহাত্মাই বিজ্ঞানক বিশ্বাস কৰা নাছিল। তেওঁৰ চিন্তাধাৰা বিপ্লৱী আৰু বিজ্ঞান-সম্মত। কেৱল বিজ্ঞানৰ সহাযত যন্ত্ৰই যেতিযা মানুহক যন্ত্ৰৰে এটা অঙ্গ কৰি পেলায সেইটো তেওঁ অমানুষিক আৰু অবৈজ্ঞানিক পদ্ধতি বুলি ভাবিছিল। এই কথা যে সঁচা আমি আজি চকুৰ আগতে দেখিছো।

৪১। পাশ্চাত্য দেশৰ শিক্ষা ব্যৱস্থা আৰু ভাৰতৰ বৰ্ত্তমান শিক্ষা ব্যৱস্থাৰ মাজত কি কি পাৰ্থক্য আপুনি দেখিছে ?

পাশ্চাত্য দেশসমূহৰ শিক্ষা ব্যৱস্থা সমাজমুখী। দেশৰ সম্পদ বঢ়াব পৰাকৈ শিক্ষা দিয়া হয়। দেশখন স্বাধীন ভাবে নিজক প্ৰতিষ্ঠা কৰিবলৈ যিমানখিনি ব্যক্তিগত দায়িত্ব লব লাগে, সেই সকলো বিষয়ে এটি শিশু সন্তানক দোলনাত (Cradle) থকা অৱস্থাৰ পৰা শিক্ষাৰ শেষ পৰ্য্যায়লৈকে যোৱাৰ সময় ছোৱা সম্পূৰ্ণ দায়িত্ব চৰকাৰৰ হাতত। কাজেই প্ৰত্যেক জন ল'ৰাৰ শাৰীৰিক, মানসিক, নৈতিক গতি কোন ফালে যায়, সেইটো লক্ষ্য কৰাৰ দায়িত্ব একৰকম চৰকাৰৰে। তাৰ ফলত প্ৰত্যেকজন ল'ৰাৰ শিক্ষা, তাৰ ৰুচি চাই (Aptitude basis) সেই ফালেই তাৰ মন ঢাল খুৱাই, প্ৰকৃত শিক্ষা দিয়ে। কাজেই সেইজন শিক্ষিত ডেকাই সেই বিষয়ত ভবিষ্যতে যি কামকেই কৰিবলৈ যোগ্যতা অৰ্জন কৰে, সেই যোগ্যতাই তেওঁক সেই কামৰ উপযুক্ত কৰি তোলে। শিক্ষা পদ্ধতি আমাৰ ইয়াৰ দৰে অকণো মুখস্থ বিদ্যা (Memorising) নহয় প্ৰত্যেক বিষয়টো সম্পূৰ্ণ আয়ত্ত কৰিব পাৰে। পৰীক্ষা এনেদৰে লোৱা হয়, প্ৰশ্নও এনেদৰে কৰে যাতে সেই ছাত্ৰজনে পাঠ্য পুথি সংশ্লিষ্ট অনেক ক্ষেত্ৰত মূল পুথি নপঢ়িলে সেই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। গতিকে ছাত্ৰজনৰ পাঠ্যপুথিৰ আলমত অনেক কিতাপ ভালকৈ পঢ়ি আয়ত্ত ( Assimilate ) কৰিবলৈ বাধ্য হয়। তদুপৰি তেওঁবিলাকৰ যিবিলাক ল'ৰা শ্ৰেণীত পিচ পৰা, তেওঁলোকক টিউটৰীয়েল ক্লাছত ( Tutorial Class ) সদায় বিশেষ ভাবে শিক্ষাদি আগবঢ়াই দিয়ে। বস্তুতঃ সেইবিলাক ঠাইত স্কুল কলেজত দৈনন্দিন ক্লাছতকৈ বিশেষ ভাবে দিয়া শ্ৰেণীত ( Tutorial Class ) অধিক শিক্ষা দিয়া হয়, তাৰ ফলত প্ৰত্যেকজন ছাত্ৰৰ শিক্ষা বিষয়ে যিখিনি দোষ ত্ৰুটি থাকে সেইখিনি পূৰণ কৰি দিয়া হয় আৰু শিক্ষক ছাত্ৰৰ ভিতৰত ঘনিষ্ঠ সম্বন্ধ ঘটে। কাজেই ছাত্ৰজনৰ বিষয়ে একৰকম শিক্ষকসকলে ২৪ ঘণ্টাই ভাবে। আৰু এটা কথা মন কৰিবলগীয়া, শিক্ষক ছাত্ৰ প্ৰায় সমনীয়াৰ দৰে ব্যৱহাৰ কৰে। কিন্তু ছাত্ৰজনে শিক্ষকক সদায় অতি শ্ৰদ্ধাৰে, সসম্ভ্ৰমে চায়। গতিকে আমাৰ দেশৰ শিক্ষা ব্যৱস্থা আৰু পাশ্চাত্য শিক্ষা ব্যৱস্থাৰ মাজত আকাশ পাতাল প্ৰভেদ আছে বুলি মই ভাবো। দেশৰ বিভিন্ন ঠাইত অৰাজকতা, ছাত্ৰ অশান্তি আৰু বিক্ষোভ দমন কৰিবৰ কাৰণে শিক্ষক আৰু শিক্ষা প্ৰতিষ্ঠানবিলাকে কি কি ধৰণৰ ব্যৱস্থা লোৱা উচিত ? এই বিষয়ে শিক্ষক আৰু শিক্ষাপ্ৰতিষ্ঠানবিলাকে

স্বভাৱতে প্ৰভাৱ বিস্তাৰ কৰি উপৰোক্ত অশান্তি, বিক্ষোভ আদি অনেকদূৰ শাম কটাব পাৰে বুলি মোৰ বিশ্বাস। আৰু তেওঁলোকে, এই কামত আত্মনিয়োগ কৰিবলৈ যে দেখাদেখিকৈ আগবাঢিব পৰা নাই, তাৰো কাৰণ, ৰাজনৈতিক ক্ষমতাৰ অধিকাৰী সকলে আন্তৰিকতাৰে স্বপ্ৰণোদিত হৈ, এতিয়ালৈকে আহ্বাণ কৰা নাই। এই শিক্ষা গুৰুসকল আৰু শিক্ষানুষ্ঠানবিলাক যে এখন দেশৰ নৈতিক, মানসিক আৰু আধ্যাত্মিক প্ৰভাৱ বিস্তাৰৰ স্থল, ইয়াৰ পৱিত্ৰতাই চতুৰ্দিশ বৰ পৱিত্ৰ কৰি তুলিব পাৰে, এই শ্ৰদ্ধা আৰু বিশ্বাস, দেশৰ নেতৃত্ব কৰা সকলৰ মনত ধৰা নাই বুলি ভাবো। গতিকে সমাজ বিৰোধী মানুহবিলাকে ( **Anti Social Element** ) দেখাতে এই শ্ৰেণীৰ, অৰ্থাৎ শিক্ষক আৰু তেওঁবিলাকৰ অনুষ্ঠানবিলাকক কোনো ৰকমে গ্ৰাহ্য কৰিব নোখোজে। গতিকে ক্ষমতাশীল নেতৃত্বই যদি আগবাঢ়ি ঢালৰ ( **Shield** ) কাম কৰে, তেতিয়া তেওঁলোকেও **Pen is mightier than sword** এই বিশ্বাসত সাহসেৰে সমাজ বিৰোধী ব্যক্তিসকলক নিজৰ প্ৰভাৱেৰে অথচ দেখাদেখিকৈ দমন নকৰাকৈ প্ৰভাবান্বিত কৰিব পাৰিব। যেতিয়া বৰ্ত্তমান সময়ত দেশত নানা ৰকুম অৰাজকতাই দেখা দিছে, আইন-কানুন ভঙ্গ কৰা কোনো কথাই নহয় আৰু বিক্ষুব্ধ জনতাই মনস্তত্ত্ব নজনাৰ দোষত, আইন ভঙ্গকাৰী সকলৰ সপক্ষে কাম কৰে, তাতে অৰ্থনৈতিক সমস্যাযে সি সময়ত জনতাক জুৰুলা কৰি তুলিছে, তেনে মনস্তাত্বিক মুহূৰ্ত্ত'ত (**Pshyonological moment**) শিক্ষক সকল আৰু শিক্ষানুষ্ঠান সমূহে সংঘবদ্ধভাবে এটা নৈতিক পৰিবেশ সৃষ্টি কৰিবলৈ সক্ষম হব—যদিহে চৰকাৰে আৰু সমাজ উভয়ে তেওঁলোকৰ পিচত শক্তি যোগায।

৪২। আমাৰ দেশৰ শিক্ষাৰ মান (Standard) বৃদ্ধি কৰাৰ কাৰণে দেশৰ শিক্ষা প্ৰতিষ্ঠানসমূহ আৰু চৰকাৰে কি ধৰণৰ আঁচনি লোৱা উচিত ?

সমাজ চাই শিক্ষা ব্যৱস্থা হোৱা উচিত। শিক্ষাৰ দুটা ভাগ—এটা আদৰ্শগত, আনটো ব্যৱহাৰিক। দুযোটাই পাৰিপাৰ্শ্বিক আৰু স্বাভাৱিক গতিত যোৱা বস্তু। আমাৰ এতিয়াও শিক্ষা প্ৰায় আকাশীলতা, শিপা ক'ৰবাত, মাটিত নাই। গতিকে বৰ্ত্তমানৰ শিক্ষাৰ বিষয়বস্তু, শিক্ষাদিয়া প্ৰণালী, শিক্ষাৰ মাধ্যম, ঘাই এই তিনি বস্তুৰ সমাজত খাপখোৱাকৈ আৰু জাতীয় আদৰ্শৰ অভিমুখী কৰি নোতোলালৈকে "মানদণ্ড" বৃদ্ধিৰ কোনো ফলপ্ৰসূ কাৰণ থাকিব

নোৱাৰে। বাঁজী অমিতাৰ গুৰিত বিলাতী সাৰ কিছুমান দি লহপহকৈ বঢ়াব পাৰি, কিন্তু তাৰ অমিতা বা অমৃত খাবলৈ আশা কৰিব নোৱাৰি। বাঁজী গাইৰ তপিনা এটা হাতী পোৱালীৰ সমান কৰাব পাৰি কিন্তু গাখীৰ হলে নিদিয়ে।

৪৩। প্ৰকৃত শিক্ষাই হে আমাৰ সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থা পৰিবৰ্ত্তন কৰাত সহায় কৰিব পাৰে—এই কথাষাৰ আপুনি বিশ্বাস কৰেনে ?

মানুহৰ মনুষ্যত্বৰ বিকাশ কৰাই যেতিয়া শিক্ষাৰ ধৰ্ম্ম, তেনে শিক্ষা যে আমাৰ সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থা পৰিবৰ্ত্তন কৰাত সহায় কৰিব সেই কথা নকলেও হব। শিক্ষিতলোকে কথাৰ আউল ভাঙিব পাৰে, অশিক্ষিত লোকে ইচ্ছা নকৰিও আউল লগায়। শিক্ষিত লোকে নেদেখা বস্তুও দেখে, অশিক্ষিত লোকে চকু থাকিও কণা বুলি নিজে আক্ষেপ কৰে। দেশ স্বাধীন হোৱাৰ আগতে, আমাৰ দেশত জন-জাতি, অনুসূচীত জাতিসকলৰ সামাজিক আৰু ৰাজনৈতিক স্থান ক'ত আছিল, সেই কথা ভাবি চালেই হব। মহাত্মাৰ "হৰিজন"আন্দোলনৰ পাচত, দেশ স্বাধীন হোৱাৰ লগে লগে, শিক্ষাৰ পোহৰত, আজি তেওঁলোকৰ মাজৰ পৰা উভয় ক্ষেত্ৰত কিমান জন শীৰ্ষস্থানীয় লোক ওলাই তথাকথিত উচ্চ-ৱৰ্ণ হিন্দুৰ সমানে সমাজত ঠাই পাইছে, দেশৰ নেতৃত্ব কৰিছে। এই কথাই প্ৰমাণ কৰিছে যে শিক্ষাই হে প্ৰকৃত ৰাজনৈতিক আৰু সামাজিক সংস্কাৰ বা বিপ্লবো আনিব পাৰে। গণতান্ত্ৰিক দেশত ই অপৰিহাৰ্য্য বিষয়।

৪৪। দেশৰ শিক্ষাৰ ব্যৱস্থাত দুৰ্নীতি দমন কৰাৰ কাৰণে চৰকাৰ আৰু জনসাধাৰণে কি ব্যৱস্থা লোৱা দৰকাৰ ?

"জ্ঞানতকৈ পৱিত্ৰ আন একো হব নোৱাৰে" তেনে জ্ঞান দান কৰা বাণী মন্দিৰত যদি দুৰ্নীতি সোমায় তাক "দমন" কৰা সহজ নহয়। যেতিয়া গোটেই দেশত দুৰ্নীতি বিয়পি পৰিছে, ইযাৰ বিৰুদ্ধে এটা বিপ্লৱী আন্দোলন আনিব লাগিব। সেই আন্দোলন আনিব পৰা উৎপ্ৰেৰণা দিয়াৰ ক্ষমতা কোনো চৰকাৰৰ হাতত নাই। জন সাধাৰণকো উদ্বুদ্ধ কৰি তুলিব পৰা কোনো ৰকম চেকা নলগা নেতৃত্বৰো দৰকাৰ। গতিকে শিক্ষালয়ৰ দুৰ্নীতি, যাইকৈ

শিক্ষক আৰু ছাত্ৰৰ দ্বাৰাই হে দূৰ হব পাৰিব। তাৰ বাবে বিশ্ববিদ্যালয়-বিলাকৰ উপাচাৰ্য্যসকলে শিক্ষক আৰু ছাত্ৰ সম্বাৰ সহযোগত সক্ৰিয়ভাবে কাৰ্য্যকৰী আঁচনি লৈ আদেশ-নিৰ্দ্দেশৰ ঠাইত, এটা উৎপ্ৰেৰণাৰ পৰিৱেশ সৃষ্টি কৰি, প্ৰথমতে নিজৰ ভিতৰত সকলোপ্ৰকাৰ নীতি আচৰণ কৰি দেখুৱাই, আত্মবিশ্বাসী, আদৰ্শমুখী এটি সৰু দল সৃষ্টি কৰি, ভুৰ্নীতিৰ সমালোচনা নকৰি, নীতিমূলক কাৰ্য্যপন্থা হাতত লৈ দেখুৱাওক সেয়ে শিক্ষক আৰু ছাত্ৰৰ মাজৰ পৰা এদল নৈতিক "শ্ৰমণ"-ব্ৰতী হৈ ওলালে, ভুৰ্নীতি সেই পৰিৱেশত অস্বস্তি বোধ কৰি এনেই আঁতৰিব। নীতি আচৰণেই ভুৰ্নীতি দমনৰ মহৌষধি।

৪৫। ভাৰতৰ অনুন্নত আৰু অশিক্ষিত জনসাধাৰণক একমাত্ৰ শিক্ষাই ৰাজনৈতিক সচেতনতা আনি দিব পাৰে—এই কথাটো আপুনি সঁচা বুলি ভাবেনে?

শিক্ষাই যে সেই সচেতনতা আনি দিব পাৰে সেই কথা আজি আমি চকুৰ আগতে দেখি আহিছো। দেশত আজি এনে কোনো ৰাজনৈতিক বিষয় নাই য'ত তেওঁলোকে নেতৃত্ব দিব পৰা নাই বা নেতৃত্বৰ সমান আসন গ্ৰহণ কৰিবলৈ অক্ষম। শিক্ষাই ৰাজনৈতিক কিয সকলো সচেতনাৰ মূল।

৪৬। তেওঁ এজন শিক্ষিত মানুহ বুলিলে আপুনি কি বুজে?

চক্ৰেটিছ বা নিউটনক সদায় চকুৰ আগত ৰাখি যিজনে নিজৰ কথা কব পাৰে, সেইজনেই প্ৰকৃত শিক্ষিত লোক। এজন শিক্ষিত লোকে সদায় নিজক আঁৰত ৰাখি কথা কয়। নিজৰ কথাতকৈ আনৰ কথাৰ মূল্যাঙ্কন কৰি ভাল পায়। সভাই সমিতিয়ে, ভোজে-ভাতে কথোপকথন যুক্তি তৰ্ক আলোচনাত নিজক "গঙ্গা'টাপ"টো কৰি নেদেখুৱায়। নিজে সকলো কথাতে আগভাগ লবলৈ নিবিচাৰে। নিজৰ সা-সুবিধাতকৈ আনৰ সা-সুবিধাহে কামনা কৰে। যথাৰ্থ শিক্ষিত লোক স্বভাৱতে উদাৰ প্ৰকৃতিৰ পৰৰ গুণ-গ্ৰাহী, সকলোলৈকে সহানুভূতিশীল, ক্ষমাশীল, লোকৰ দুৰ্ব্বলতাতকৈ নিজৰ দুৰ্ব্বলতা আগধৰি দেখে। সমাজে শীৰ্ষস্থান দি থলেও, সমাজক সদায় শিৰত তুলি লৈ ফুৰে। এজন প্ৰকৃত শিক্ষিতলোকৰ মনত চহা-পণ্ডিত উভয়ে শ্ৰদ্ধাৰ পাত্ৰ। তেওঁৰ ওচৰত সকলোৱে সমান সমাদৰ পায়।

৪৭। শিক্ষা কাক বোলে? শিক্ষাৰ মূল উদ্দেশ্য কি হব লাগে?

স্বামী বিবেকানন্দই কয় শিক্ষাই মানুহৰ ভিতৰত থকা মনুষ্যত্বৰ বাহিৰত বিকাশ সাধন কৰে। মহাত্মাৰ মতে মানুহৰ দৈনন্দিন আচৰণতহে শিক্ষাৰ বিকাশ হয়। আজিৰ বস্তুবাদী জগতে শিক্ষাৰ উদ্দেশ্য দ্ৰব্য সম্ভাৰৰ মাজত নিজক টোপোলা বান্ধি ৰখা বুলি ভাবে। শিক্ষাৰ উদ্দেশ্য ব্যৱহাৰিক জীৱনৰ অপৰিহাৰ্য্য বস্তু হব লাগে। নিজে উপাৰ্জন কৰা আৰু আধ্যাত্মিক বা নৈতিক জীৱনৰ বিভূতিবিলাকৰ অধিকাৰী হোৱা, তাত কোনো দ্বিমত হব নোৱাৰে। মহাত্মাই কয়—মানুহ যিমানেই শিক্ষিত হৈ উঠে সেই অনুপাতে বাহিৰৰ ভেম-গপ কমি আহে। আমি নিজে সুদীৰ্ঘ জীৱনৰ অভিজ্ঞতাৰ পৰা কব খোজো শিক্ষা প্ৰকৃততে নানা ফুলৰ পৰা মৌ আহৰণ কৰাত নাই, মৌকোঁহ তৈয়াৰ কৰাতহে। "নিৰবধিপান" কৰিবলৈ "মধু" চক্ৰৰ সঞ্চয় কৰা কামতহে। শিক্ষাৰ ঘাই উদ্দেশ্য মানুহক "বিদ্যাসাগৰ" কৰি তোলা নহয়, বিদ্যাসাগৰক চটি জোতা, গাৰ চাদৰ থনেৰেই "বিদ্যাসাগৰ" কৰি তোলা। মুঠতে, এটি শিশু সন্তানে জন্ম দিন ধৰি মলমূত্ৰত লেটিপেটি অৱস্থাৰ পৰা, নিতে নানা প্ৰকাৰ দৈহিক, মানসিক, আধ্যাত্মিক বা নৈতিক আচৰণৰ মাজেদি, মৌখিকেই হওক বা "পুস্তকস্থ" বিদ্যাৰ মাধ্যমেৰেই হওক নিতে গঙ্গা-স্নানৰ পৱিত্ৰতা লাভ কৰিবৰ উপযুক্ত হৈ উঠে, সেযে প্ৰকৃত শিক্ষা। আচৰণত প্ৰকাশ নাপালে ওঁঙ্কাৰ ধ্বনিত হিমালয় শৃঙ্গ কঁপাই তুলিব পৰাজনো বোবা বা অকৰা। শিক্ষা দুৰ্ব্বলমনৰ সঞ্জীৱনী সুধা, আত্মাৰ একমাত্ৰ খোৰাকী।

৪৮। আপুনি বৰ্ত্তমানৰ শিক্ষা বিষয়ে বিভিন্ন শ্ৰেণী-বিভাগ সমৰ্থন কৰেনে?

স্বাধীন ভাৰতৰ কিয়, সকলো স্বাধীন দেশতেই শিক্ষা সম্পূৰ্ণৰূপে জাতীয় সংস্কৃতি আৰু সামাজিক ব্যৱস্থাৰ শকত ভেটিত গঢি তুলিব লাগে। ইংৰাজৰ আমোলত শিক্ষা দেখাতেই "গোলাম" শ্ৰেণী তৈয়াৰ কৰা বিধৰ আছিল। আজিও সেযে চলি আছে। গতিকে, আমি নিজে শিক্ষা বিষয়ে মহাত্মাই বিচৰা শিক্ষানীতিহে সমৰ্থন কৰো। অৰ্থাৎ Three R ৰ ঠাইত Three H ৰ হে সমৰ্থক। মনে ধৰা কথা মুখে প্ৰকাশ কৰাৰ লগে লগেই হাতে কাৰ্য্যক্ষেত্ৰত দেখুৱাবলৈ উদ্যত হব লাগিব।

আমি নিজে, মহাত্মাই কোৱা দৰে, বৰ্ত্তমানৰ মেট্ৰিকলৈকে প্ৰাইমেৰী শিক্ষা

বুলি কব খোজো। ৬ষ্ঠ শ্ৰেণীলৈকে সম্পূৰ্ণ অসমীয়া ভাষাৰ মাধ্যমেৰে সকলো শিক্ষা দি বৰ্ত্তমানৰ উচ্চ-মাধ্যমিক বিদ্যালয় তুলি দিয়া উচিত। ৬ষ্ঠ মানৰ পৰা ৮ম মানলৈকে কোনো এটা নহয় এটা হাতৰ বিদ্যা বাঁহৰ কাঠৰ দৰে শিকিব লাগিব। ৮ম মানত এটা পৰীক্ষাৰে ওপৰ শ্ৰেণীলৈ যাবৰ অনুপযুক্তবিলাকক বিদায় দিব লাগে, হাতৰ বিদ্যাৰেই একৰকম চলিব পৰাকৈ।

দ্বিতীয়তে ৮ম মানৰ পৰা ১০ম মানত কলকাৰখানাত কাম কৰিব পৰা অলপ যন্ত্ৰ-পাতিৰ সহায়ত কৰিব পৰা কাম শিকাই পৰীক্ষা এটালৈ ওপৰলৈ যাবৰ উপযুক্ত নোহোৱাবিলাকক বিদায় দিয়া উচিত। তেওঁলোকে কল-কাৰখানাত কোনো নহয় কোনো এটা কাম কৰিব পাৰিব। তৃতীয়তে ওপৰলৈ যাব পৰা সকলেহে বিশ্ববিদ্যালয়ত শিক্ষা লবলৈ দিয়া উচিত। শিক্ষাৰ্থীৰ ৰাপ চাই আৰ্ট আৰু চায়েঞ্চ শ্ৰেণীত পঢ়িবলৈ দিব লাগে। আৰ্টচত আই, এ আৰু বি, এ, চায়েঞ্চত, আই, এচ, চি আৰু বি, এচ, চি পৰীক্ষাৰ ব্যৱস্থা হোৱা উচিত। আই, এচ, চি আৰু বি, এচ চি শ্ৰেণীত বছেৰেকীয়া পৰীক্ষা এটা লৈ যি-বিলাকে ওপৰলৈ গৈ যোগ্যতা দেখুৱাবৰ আশা নাই, তেওঁলোকক টেকনিকেল, টেক্‌নলজিকেল বিদ্যালয়ত ৰুচি মতে কোনো একোটা শ্ৰেণীত পঢ়িবলৈ হাতে কামে শিকিবলৈ দিয়া উচিত। যিসকলে যোগ্যতা দেখুৱাব পাৰে, তেওঁলোকক মেডিকেল, ইঞ্জিনিয়াৰিং আদি উচ্চ-স্তৰৰ শিক্ষা লবলৈ দিব লাগে। চতুৰ্থতে এম, এ, এম এচ, চি পঢ়িবলৈ সকলোকে দিয়া প্ৰযোজন নাই। যিসকলে শিক্ষকতাকেই মিশ্যনৰূপে গ্ৰহণ কৰিব খোজে, ৰিচাৰ্ছ'ত কাম কৰিব বা thesis আদি লিখিব তেওঁলোকেহে তাত পঢ়া উচিত। এতিয়াৰ দৰে কেৱল একোটা উপাধি লৈ য'তে ত'তে কামত সোমোৱা ব্যৱস্থা তুলি দিয়া উচিত।

শিক্ষাৰ মাধ্যম মাতৃভাষা হবই লাগিব। পৰিভাষাৰ অভাৱ পূৰণ নহয় মানে তাৰ ঠাইত ইংৰাজী শব্দকেই প্ৰয়োগ কৰিলে কোনো হানি নাই। আৰু যিবিলাক বৈজ্ঞানিক শব্দ কাণত মাতৃভাষাৰ দৰে সুৰসুৰীয়া হৈ পৰিছে সেই বিলাক শব্দক অসমীয়া শব্দৰ জাতলৈ তোলা উচিত।

**৪৯। বিদেশৰ বহু শিক্ষানুষ্ঠানত যৌন শিক্ষা (Sex education) দিয়াৰ ব্যৱস্থা আছে। ঠিক তেনেকুৱা শিক্ষা আমাৰ দেশৰ স্কুল কলেজ আৰু বিশ্ববিদ্যালয়ৰ স্তৰত ছাত্ৰ-ছাত্ৰীসকলৰ মাজত দিয়াৰ দিহা কৰিব লাগে বুলি আপুনি ভাবেনে?**

আমাৰ দেশত ছাত্ৰক "ব্ৰহ্মচাৰী" বা শিক্ষাক ব্ৰহ্মচৰ্য্য ব্ৰত বোলাৰ মৰ্ম্মও এয়ে। শাৰীৰিক ব্যায়াম আৰু তাৰ নিয়ন্ত্ৰণৰ মাজেদি যিদৰে শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গবিলাক কৰ্ম্মক্ষম কৰি ৰখা হয়, অত্যধিক পৰিচালনাত তাৰ বিপৰীত ফল দিয়ে, যৌন সম্বন্ধেও একে কথাই খাটে। এই কাৰণে আমাৰ দেশত স্ত্ৰী-পুৰুষৰ সঙ্গম সংযমহে। আমাৰ দেশত যৌন সম্বন্ধে জানিবলগীয়া কথাবিলাক "কাম শাস্ত্ৰহে", যৌন বিজ্ঞান নহয়। গতিকে অঙ্গ-প্ৰত্যঙ্গ যথাযথ চালনা বিষযে যিদৰে ব্যায়াম শিক্ষা দিয়া হয় যৌন সম্বন্ধেও সেইদৰে দিয়া উচিত। ডেকা গাভৰুৰ ভিতৰত যেতিয়া স্বাভাৱিক যৌন স্পৃহা আৰম্ভ হয়, সেই সময়ত তাৰ অত্যধিক স্পৃহাৰ পৰিণাম যে কি ভয়াবহ হৈ উঠিব পাৰে, এই বিষযে প্ৰকাশ ভঙ্গীৰ শ্লীলতা ৰক্ষা কৰি তেওঁলোকে নিজে সতৰ্ক হৈ চলিব পৰা শিক্ষা মনত শিপাই যোৱাকৈ দিব পাৰিব লাগে। মানুহ জন্তুৰ শাৰীৰ পৰা আঁতৰি আহিবৰ জন্তুৰ সঙ্গ আচাৰ ব্যৱহাৰ ত্যাগ কৰিবৰ বহু যুগ-যুগান্তৰ কালৰ গৰ্ভত লীন হল। কিন্তু জন্তুৰ সাধাৰণ যৌনস্পৃহা প্ৰায়েই একেই থাকিল। বৰং জন্তুৰ মাজত এই স্পৃহাৰ উত্তেজনাৰ একোটা বন্ধা সময় আছে। মানুহৰ এই স্পৃহাৰ সময় অসময় নাই। পদস্খলনৰো পদে পদে ভয়। গতিকে ধৰ্ম্মনীতি সদাচাৰৰ ভেটিত ধৰ্ম্মগ্ৰন্থ যিদৰে সকলোকে বুজোৱা বস্তু, সেইদৰে স্কুল কলেজতো বাণী মন্দিৰ জ্ঞানে পৱিত্ৰ আৰু সংযমিত ভাৱে শিক্ষাৰ্থীসকলক প্ৰাক্ যৌন স্পৃহা সম্বন্ধে ভাঙ্গি পাতি ফলাফলৰ বিষযে ভালদৰে শিক্ষা দি সতৰ্ক কৰি দিয়া উচিত। আৰু তেওঁলোকৰ চকু মুখত অপব্যৱহাৰৰ চিন স্পষ্ট হৈ উঠা দেখিলে ডেকা গাভৰুৰ অঙ্গপ্ৰত্যঙ্গ স্বাভাৱিক ভাবে পুৱঠ নোহোৱা দেখিলে, খোজে কাটলে, কথাই-বতৰাই স্নাযবিক দুৰ্ব্বলতা দেখিলে, তেওঁলোকক সেই কথা কৈ সাৱধান কৰি দিয়া উচিত। এই কাৰণে সেই সময়ত বিশেষকৈ, ডাক্তৰে সাময়িক পৰীক্ষা কৰাৰ ব্যৱস্থা কৰা উচিত। মুঠতে যৌন সম্বন্ধে শিক্ষা দিয়া, "লাজৰ কথা" নহৈ অপৰিহাৰ্য্য "লাগতিয়াল" কথা হোৱা আৱশ্যক।

৫০। বৰ্ত্তমান স্কুল কলেজবিলাকত ডেকা গাভৰুৰ অবৈধ প্ৰণয়ৰ সংখ্যা বাঢ়িছে। ইয়াৰ পৰিণাম অনেক ক্ষেত্ৰত অশান্তিজনক হৈছে। এইদৰে বিপথে নগৈ তেওঁলোক কি দৰে আদৰ্শবান যুৱক আদৰ্শৱতী যুৱতী হৈ উঠিব পাৰে, সেই বিষয়ে তেওঁলোকলৈ আপোনাৰ পৰামৰ্শ কি ?

এই প্ৰশ্নৰ উত্তৰ দিবলৈ হলে "আদিম" মানুহৰ যুগলৈ যাব লাগিব। মানুহ যেতিয়া বনচৰ জন্তুৰ লগত বিচৰণ কৰিছিল, তেতিয়া মানুহৰ যৌন সম্বন্ধে ঠিক জন্তুৰ দৰেই আছিল। যৌন বিচাৰ নাছিল। মানুহ যেতিয়া এই এটা বিষয় লৈযেই জন্তুৰ শাৰীৰ পৰা আতৰি আহিল এই যৌন সম্বন্ধ যি কাৰণতেই নহওক সীমিত কৰা হ'ল অৰ্থাৎ এই যৌন সম্বন্ধত পুৰুষৰ ''স্বামীত্ব'' আহিল, স্ত্ৰীৰ ''সহধৰ্ম্মিণী'' ভাব আহিল, সেই দিন ধৰি যৌন স্পৃহাৰ অদম্য উত্তেজনা বা ইন্দ্ৰিয় চাঞ্চল্য চৰিতাৰ্থৰ ঠাইত স্ত্ৰীপুৰুষৰ সঙ্গমে স্বকীয়া ৰূপ ধাৰণ কৰিলে। ''পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা'' এই ভাব আহিল। তাৰ লগে লগে একোটা স্বকীয়া পৰিয়াল সৃষ্টি হ'ল। ধাৰ নিছিগা বংশধাৰাৰ চিন্তা আহিল। মৰম, স্নেহ, ভালপোৱা, অপত্যস্নেহ ইহকাল পৰকালতো অবিচ্ছেদ্য সম্বন্ধ আৰোপ কৰি জন্তু-সাধাৰণ সুখক কাল্পনিক হলেও, বাস্তৱ জীৱনে স্বীকাৰ কৰা দাম্পত্য প্ৰেমৰ আনন্দলোক সৃষ্টি কৰিলে। আজি সমাজ যদি এইদৰে একোটা স্বকীয়া পৰিয়ালৰ সমষ্টি, তেন্তে স্ত্ৰী-পুৰুষৰ জন্তু-সাধাৰণ যৌনস্পৃহা সংযমিত আৰু সীমাবদ্ধ হবই লাগিব। নহলে এই বৈজ্ঞানিক যুগৰ পাশ্চাত্য দেশবিলাকত বিবাহ-বিচ্ছেদ, জাৰজ সন্তান বৃদ্ধি জাতীয় সমস্যা হৈ উঠা গৰ্ভ নষ্ট কৰা কণ্ম গাভৰুৰ সংখ্যা আদি যিদৰে বাঢিব ধৰিছে, ওপৰ চকুৱা ভাবে পাশ্চাত্যৰ অনুকৰণ কৰিলে আমাৰো সেই দশা হব। গতিকে "পৰিয়াল" বস্তুটো যদি স্বীকাৰ্য্য কথা, তেন্তে "বৈৱাহিক যৌন সম্বন্ধ"ৰ বাহিৰে আমাৰ সমাজত সেই গণ্ডীৰ বাহিৰে স্ত্ৰীপুৰুষৰ অবাধ যৌন সম্বন্ধ ঘটিব নোৱাৰে। সি নীতি-গৰ্হিত, সমাজ-পৰিপন্থী কাম হ'ব।

হিতাহিত জ্ঞানশূন্য প্ৰাক্ যৌন স্পৃহা হোৱা কালত ঘিউ উতলিবলৈ যদি দিয়া নহয়, তেন্তে জুইৰ পৰা অলপ আতঁৰত ৰাখিবই লাগিব, তেনে সামাজিক ব্যৱস্থা হোৱা উচিত। এই বিষয়ে পশ্চিমৰ মুকলিমূৰীয়া সমাজেও লাহে লাহে ভাবিবলৈ ধৰিছে যে সহশিক্ষাতকৈ সমান্তৰাল ভাবে সমানে শিক্ষা দিয়া ব্যৱস্থা বোধহয় প্ৰকৃত বিজ্ঞান সন্মত ব্যৱস্থা হব। অৰ্থাৎ বৰ্ত্তমান সহশিক্ষাৰ ঠাইত স্বকীয়া ভাবে অথচ মুকলিমূৰীয়াকৈ ঘৰত বাই-ভনী ককাই-ভাইযে যিটো স্বাভাৱিক দূৰত্ব ৰাখি চলে, মেলে, শিক্ষাৰ্থী সকলকো সেই ব্যৱধান ৰাখি ডেকা গাভৰুৰ মাজত মিলা-মিশা ব্যৱস্থা হোৱা উচিত। স্ত্ৰী-পুৰুষৰ মাজত আচল পৰ্দা হৈছে চকুত আৰু মুখত বোৰখা বা ওৰণি নহয়। আৰ্য্য ভাৰতত বৈদিক যুগৰ পৰাই স্ত্ৰীপুৰুষৰ মাজত পৰ্দা নাছিল। কিন্তু উভয়ৰ মাজত এডোখৰ "Nomans' Land" অৰ্থাৎ উভয় পক্ষে যাব নোৱাৰা ঠাই আছিল। উভয়েই

নিজ নিজ সীমা দেই তাতৈ যাব নোৱাৰিছিল। আমাৰ সমাজত এজন আল-হীয়ে থাকলৈ বহিলে পৰিচৰ্য্যা কৰা তিৰোতা গৰাকীয়ে লগত বহা নিজৰ স্বামী বা পুত্ৰক সম্বোধন কৰি কয় "তেখেতক আৰু কিবা দিমনে" অথচ তেখেতক পোনে পোনে নোসোধে। মুখৰ "পৰ্দ্দা" ৰক্ষা কৰে। পুৰুষৰ লগত কথা-বতৰা হওঁতে চকুৰ বাহুৱে "পৰ্দ্দাৰ" কাম কৰে। দুই ওঠে দাঁত ঢুপাৰি আবঁত ৰাখে। নৈতিক আচৰণে এইদৰে স্ত্ৰী-পুৰুষৰ মাজত কথা-বতৰা হওঁতে, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গই নিজৰ ভিতৰত লী-লিযাই থকা কথা-বতৰা হবলৈ সুকণ্ডাকে নাপাই ক্ষান্ত থাকে। স্ত্ৰী-পুৰুষৰ এয়ে স্বাভাৱিক ওচৰ সম্বন্ধ আৰু ব্যৱধানো।

এয়ে যদি স্ত্ৰী-পুৰুষৰ ভিতৰত আচৰণৰ বিজ্ঞান সন্মত বিশ্লেষণ, দৰ্শনৰ সূক্ষ্ম দৃষ্টি আৰু সামাজিক ব্যৱহাৰত পোৱা অভিজ্ঞতা তেন্তে কব লাগিব, এই প্ৰশ্নত উল্লেখ কৰা দোষবিলাক দূৰ কৰিবলৈ হলে সহশিক্ষাৰ ঠাইত সমান্তৰাল ভাবে দিয়া শিক্ষাৰ ব্যৱস্থা হোৱা উচিত। ঘৰত যিদৰে বাই-ভনী, ককাই-ভাইৰ খোৱা-লোৱা থকা-মেলাৰ ভিতৰত সকলো কথাতে যিটো স্বাভাৱিক ব্যৱধান থাকে শিক্ষালযতো সেই ব্যৱধান ৰক্ষা পৰিবই লাগিব। নহলে জুইৰ ওচৰত ঘিউ উতলা স্বাভাৱিক অৱস্থা "নীতি বচনে" দূৰ কৰিব নোৱাৰে। টেনিশ্চনৰ "প্ৰিন্সেছ" এতিযাও বিজ্ঞান আৰু নীতি সন্মত পাঠ্য পুথি হব পাৰে। স্ত্ৰী-পুৰুষ যমজ নহয়, পৰস্পৰে পৰস্পৰৰ পৰিপূৰকহে। স্ত্ৰী-স্বাধীনতাৰ পথ প্ৰদৰ্শক নাৰী জাতিক সমান আসন দিওঁতা ঋষি ৰবীন্দ্ৰনাথে "প্ৰবাসী" কাকতত আমেৰিকান নাৰী জাতিক এটি প্ৰৱন্ধত ভূৰি ভূৰি প্ৰশংসা কৰি শেহত এশাৰী মন্তব্য কৰি প্ৰৱন্ধ শেষ কৰে। সেই শেষ সিদ্ধান্ত শাৰী হৈছে "কিন্তু তাহাৰা নাৰীত্ব হাৰিযেছে"। এযে নাৰী সম্বন্ধে সকলো "মীমাংসাৰ"শেষ সিদ্ধান্ত বুলিব পাৰি। এই সিদ্ধান্ত বিজ্ঞানেও গ্ৰহণ কৰিব, শৰীৰ বিদ্যাযো সমৰ্থন কৰিব। আজি কালি খেল-ধেমালি, শাৰীৰিক ব্যায়াম অবাঞ্ছনীয় প্ৰতিযোগিতা পুৰুষ-স্ত্ৰীৰ একে প্ৰণালীৰ অঙ্গ-প্ৰত্যঙ্গৰ পৰিচালনাৰ উভযৰ অঙ্গ-প্ৰত্যঙ্গৰ মৌলিক প্ৰভেদলৈ লক্ষ্য নাৰাখি ব্যৱস্থা যে অস্বাভাৱিক এই কথা শৰীৰতত্ত্বজ্ঞ সকলেও কব। প্ৰদৰ্শনী হিচাবে "ব্যাযামবীৰ" সকলৰ দৰে দুই চাৰি গৰাকী "ব্যায়াম বীৰাঙ্গনাও" নাৰীত্ব বিনিময়ে সমাজে পাব পাৰে। কিন্তু সেই আদৰ্শত স্বাভাৱিক "ৰক্ষোৰু" নিতম্বিনী নাৰী, পূৰ্ণকুম্ভৰ দৰে স্তন্যপীযুস সন্তানৰ মুখত যাচিব পৰা আৰ্দ্ৰ-নয়না, খোপাই গলধন ভৰকৰা মাতৃজাতি গঢ়ি উঠিব নোৱাৰে। ৰবীন্দ্ৰনাথৰ "নাৰীত্ব"ৰ বিকাশ সৌন্দৰ্য্য, সুগন্ধ ইয়াত নাই। মুঠতে নাৰীয়ে নিজৰ "নাৰীত্ব" ৰক্ষা কৰি সকলো ক্ষেত্ৰতে পুৰুষৰ সমকক্ষ হৈ প্ৰকৃত 'সহধৰ্ম্মিণীৰ"

সুস্থ অৰ্থ সাৰ্থক কৰা উচিত। এই মৰ্ম্মত সৰোজিনী নাইডু, বিজয়লক্ষ্মী, ইন্দিৰা গান্ধী, বন্দৰ নায়কৰ ঠাই সদায় পুৰুষৰ সমানেই থাকিব।

আমাৰ এই অভিমত যথাস্থানত ' প্ৰলাপৰ'' দৰে বিবেচিত হ'ব, সেই কথা আমি জানি শুনিও প্ৰশ্নৰ উত্তৰহে দিছো। কিন্তু এই কথা নিঃসন্দেহে কব পাৰি যে বাণী মন্দিৰত ' পঞ্চেন্দ্ৰিয়ই" বিচৰা শিক্ষা দিবলৈ স্থিৰ কৰিলে, প্ৰাণে বিচৰা, জীৱনে সন্ধান কৰা পৰমানন্দ দিয়া পঞ্চবিংশতিতত্ত্ব কৰায়ত্ত কৰা সম্ভৱপৰ হ'ব নোৱাৰে।

## ঃ শিক্ষকৰ বিষয়ে অভিমত ঃ

৫১। আপুনি নিজে এজন শিক্ষক আছিল, শিক্ষকতা বৃত্তিটোৰ ওপৰত আপোনাৰ অভিজ্ঞতা বা অভিমত ব্যক্ত কৰক।

মই নিজে ১৯১১ চনৰ পৰা সুদীৰ্ঘ ১৫ বছৰ শিক্ষকতা কৰিছো। ইয়াৰ ভিতৰত নিজে যিটো অনুভৱ কৰিছো, সেইবিষয়ে দুআষাৰ মান কম। মই নিজে শিক্ষকতাৰ কাম আদৰ্শমূলক কৰি লৈছিলো, সেই আদৰ্শ আগত ৰাখি শিক্ষাত পাছ পৰা আমাৰ সমাজত শিক্ষা বিস্তাৰ কৰিবলৈ একান্ত মনে আগ বাঢ়ো। মই ভাবো এই একাগ্ৰতাই শিক্ষকৰ ধৰ্ম্ম। তাৰ পাছত এজন শিক্ষকৰ জ্ঞানৰ পৰিধি কিমান আহল-বহল বা গভীৰ তাতোকৈ লাগতিয়াল বস্তু হৈছে তেওঁৰ শিক্ষাৰ বিষয়ে কিমান ঐকান্তিকতা আৰু একাগ্ৰতা। এই দুটা বস্তুয়েই এজন শিক্ষকৰ প্ৰশিক্ষণৰ ক্ষেত্ৰত প্ৰযোজন। মই শিক্ষক থাকোঁতে প্ৰশিক্ষণ স্কুললৈ (Training College) শিক্ষক পঠোৱা সম্বন্ধে বিভাগীয় মতামত বিচাৰোঁতে জনাইছিলো যে "আচলতে শিক্ষকজন নিজেহে প্ৰশিক্ষণ কেন্দ্ৰ"। যিজন শিক্ষকে ছাত্ৰক অন্তৰৰ পৰা, যিমান দূৰ পাৰে ভাল শিক্ষা দিম বুলি আত্মবিশ্বাসেৰে শ্ৰেণীত সোমাব পাৰে, সেই অনুভূতিৰেই শিক্ষা দি থাকোঁতে অতৰ্কিতে শিক্ষা পদ্ধতি, বিধি একৰকম তৈয়াৰ কৰি লয়।

একেষাৰ কথাত কবলৈ গলে—"**A teacher himself is a training School provided, he accepts the profession in a missionary spirit.**" মই শিক্ষকক প্ৰশিক্ষণ দিয়া সম্বন্ধে এই মতামত দিছিলো। এজন শিক্ষকৰ চলন-ফিৰণ, কথা-বাৰ্ত্তা, আত্মবিশ্বাস, সৰ্বোপৰি সকলো ছাত্ৰকে সমান

চকুৰে চোৱা, অতি অকৰ্ম্মণ্য ছাত্ৰকো কেনেকৈ ভাল কৰিব পাৰি এই চিন্তা কৰা শিক্ষককে এজন "কৃতী শিক্ষক" (Successful teacher) বুলি ভাবো। শিক্ষকজনে ক্লাচত সোমোৱা মাত্ৰেই সেই শ্ৰেণীৰ ছাত্ৰবিলাকৰ মাজত এটা বিদ্যুৎ সঞ্চাৰ হৈছে এনেকুৱা ভাৱ যদি অনুভৱ হয় সেইজন শিক্ষকে শিক্ষা পদ্ধতি ভালদৰে নাজানিলেও ছাত্ৰৰ অন্তৰত শিক্ষাৰ প্ৰতি প্ৰগাঢ় আগ্ৰহ জন্মাব পাৰে। শিক্ষক এজনে এজন ছাত্ৰক শিক্ষাৰ মাজেদি যিবিলাক গুণ আহৰণ কৰাবলৈ বিচাৰে, তেওঁ নিজে প্ৰকৃততে সেইবিলাক গুণৰ অধিকাৰী হব লাগিব। এয়ে থূলমূলকৈ এজন যোগ্য শিক্ষকৰ বিষয়ে মোৰ কবলগীয়া কথা।

৫২। বৰ্ত্তমানে শিক্ষক আৰু ছাত্ৰৰ ভিতৰত কেনেকুৱা সম্বন্ধ দেখিছে আৰু আগৰ দিনৰ লগত মিল আছে নে নাই? এই সম্বন্ধ কেনেকুৱা হব লাগে?

আগৰ দিনত যিহেতু শিক্ষাৰ পৰিসৰ ঠেক আৰু ছাত্ৰ সংখ্যাও কম আছিল, সেইবাবে এখন বিদ্যালয়ত শিক্ষক আৰু ছাত্ৰৰ ভিতৰত ব্যক্তিগত ভাবে পৰিচয় আছিল, প্ৰত্যেক জন ছাত্ৰকে শিক্ষকে নামধৰি মাতিব পাৰিছিল, শিক্ষাৰ আদৰ্শ, সামাজিক আচাৰ-ব্যৱহাৰ, ধৰ্ম্মনীতি আৰু সদাচাৰ অভিমুখী আছিল। অৰ্থাৎ সেই সময়ৰ সমাজৰ লগত খাপ খাইছিল আৰু 'বিদ্যা দদাতি বিনয়ং' এই কথাটো ভালদৰে বুজি উঠিছিল। সেই কালত ছাত্ৰ-ছাত্ৰীবিলাক যিমানদূৰ বিনয়ী আছিল, আজি সিমানদূৰ দেখা নাযায়। ইয়াৰ কাৰণ, সেইকালৰ শিক্ষক আৰু সমাজ ব্যৱস্থা আজিৰ যুগৰ সমাজ ব্যৱস্থাতকৈ ভাল আছিল। আজিকালি সমাজত ব্যক্তি স্বাধীনতাৰ নামত যিমানদূৰ ব্যক্তি স্বেচ্ছাচাৰিতা চলিছে, এই তথাকথিত ভ্ৰমাত্মক 'ব্যক্তি স্বাধীনতাই' দায়ী। তদুপৰি বৰ্ত্তমান সময়ত শিক্ষাৰ বিস্তাৰ জন সংখ্যাৰ দৰে দিনে দিনে যি প্ৰকাৰে বাঢ়ি উঠিছে আৰু প্ৰত্যেক শিক্ষালয়ত নধৰাকৈ ছাত্ৰসংখ্যা ইমান বাঢ়িছে, সেই পৰিৱেশত শিক্ষক আৰু ছাত্ৰৰ মাজত আগৰদিনৰ ব্যক্তিগত ঘনিষ্ঠতা ৰাখিব পৰা সম্ভৱপৰ হৈ নুঠে। সেয়ে হলেও এই পৰিৱেশৰ মাজতে, শিক্ষক আৰু ছাত্ৰৰ মাজত সেই ঘনিষ্ঠতা ৰক্ষা কৰিবলৈ যি ধৰণৰ নতুন নতুন ব্যৱস্থাৰ প্ৰয়োজন তাক হাতত বা কামত লোৱা উচিত। তদুপৰি শিক্ষা বিস্তাৰৰ লগে লগে বৰ্ত্তমান সময়ত ছাত্ৰৰ প্ৰায় কাণ সমনীয়া শিক্ষকৰ সংখ্যা বাঢ়িছে আৰু ছাত্ৰৰ বিনয়ৰ পৰিমাণ কমিছে।

এনে অৱস্থাত শিক্ষক আৰু ছাত্ৰ সন্থাত থাকি উভয়ে উভয়ৰ পৰিচয় লৈ কাম কৰা সুখময় হৈ থকা নাই। অৰ্থাৎ আগৰ দিনৰ ব্যক্তিত্বৰ ঠাইত 'যান্ত্ৰিক সম্বন্ধ' ( Mechanical Relationship ) দেখা দিছে। শিক্ষক আৰু ছাত্ৰৰ ভিতৰত আগৰ ব্যৱধান মূলক অথচ আকৰ্ষণীয় সম্বন্ধ দিনে দিনে কমি গৈছে। এনে অৱস্থাত শিক্ষকসকলে নিজৰ ব্যক্তিত্ব ৰক্ষা কৰি, আনহাতে, কাণ সমনীয়া ছাত্ৰক শিক্ষা দিবলৈ বিশেষ ৰকমৰ মনস্তত্বৰ অধ্যয়ন কৰি কাম কৰিবলগীয়া অৱস্থা হৈছে বুলি মই ভাবো। ছাত্ৰসকলেও বৰ্ত্তমানৰ প্ৰচলিত ছাত্ৰ সন্থাবিলাকৰ মাজেদি নিজৰ আচাৰ-ব্যৱহাৰ, নীতি নিয়ম আৰু সংযমৰ বিষয়ে সঘনে আলোচনা কৰি তাৰ প্ৰভাৱসমূহ ছাত্ৰশক্তিৰ মাজত বিস্তাৰ কৰাটো কৰ্ত্তব্য হৈ পৰিছে বুলি কব খোজো। অতীত আৰু বৰ্ত্তমানৰ শিক্ষক আৰু ছাত্ৰৰ সম্বন্ধ এতিয়াও একে বুলি তেওঁলোকে ভাৱে। কেৱল পৰিৱেশৰ পৰিবৰ্তনৰ লগে লগে ওপৰত উল্লেখ কৰা মতে ব্যৱস্থা গ্ৰহণ কৰি বৰ্ত্তমানে সেই সম্বন্ধ ৰক্ষা কৰা উচিত।

৫৩। বৰ্ত্তমানে সমাজত শিক্ষকৰ কেনেকুৱা স্থান হব লাগে আৰু অতীতত কেনেকুৱা আছিল? অতীতত দুয়ো স্বকীয়া আছিলনেকি?

এজন দীক্ষাগুৰু আৰু আনজন শিক্ষাগুৰু। অৰ্থাৎ লোকে ধৰ্ম্মগুৰুক শীৰ্ষস্থানীয় বুলি ভাবিছিল আৰু শিক্ষাগুৰুকো একে সমানেই সন্মানজনক বুলি ধৰিছিল। বৰ্ত্তমান সময়ত, তেওঁলোকৰ উভয়ৰে সেই স্থান নাই। তাৰ কাৰণ, সমাজ পৰিবৰ্ত্তন, ধৰ্ম্মৰ গ্লানি, ৰক্ষণশীলতা আৰু বৰ্ত্তমান যুগৰ প্ৰগতিশীল সমাজৰ লগত খাপ নোখোৱা হোৱা। যি নহওক, মুঠতে এই কথা ঠিক যে জ্ঞানৰ সমান যদি পৱিত্ৰ আন একোৱেই হব নোৱাৰে, আৰু শিক্ষাবিদ্ সকল যদি অনন্ত জ্ঞানৰ অধিকাৰী হয়, তেওঁলোকৰ স্বাধীন চিন্তা প্ৰশস্ত হৃদয় আদি অপৰিহাৰ্য্য হোৱা উচিত। কিন্তু দুখৰ বিষয়, যি স্বাধীন চিন্তাৰ অধিকাৰী তেওঁলোক বৰ্ত্তমান সময়ৰ ৰাজনৈতিক নেতৃত্ব হাতৰ পাচনী পাচনী হবলগীয়া হৈছে। যি দেশত এদিন বিক্ৰমাদিত্যই নৱৰত্নক নিজৰ ৰাজত্বৰ গৌৰৱ বুলি ভাবিছিল, আজি সেই দেশৰ বাণী মন্দিৰৰ শিক্ষক-সকলেই ৰাজনৈতিক ক্ষমতাৰ ওচৰত কৰপুটে নিবেদন কৰিবলগীয়া হৈ পৰিছে। এই কথা স্পষ্টকৈ কব খোজো যে আমাৰ বিশ্ববিদ্যালয়বিলাক

সম্পূৰ্ণৰূপে স্বাধীন চিন্তাৰ অনুষ্ঠান হব লাগিব। এই বিশ্ববিদ্যালয়বিলাক নিজে একোখন স্বাধীন 'মনোৰাজ্য' হোৱা উচিত। য'ত দেশৰ মনীষীসকলে, আত্মজ্ঞান লভি, আনকো সেই জ্ঞান স্বাধীন ভাবে দান কৰিব পাৰে। শিক্ষক আৰু ছাত্ৰ-মণ্ডলীয়ে নিজৰ 'মনোৰাজ্য' নিজৰ "মনীষাৰ" বলেৰে চলাবলৈ সম্পূৰ্ণ স্বাধীনতা পাব লাগে।

## ৫৪। শিক্ষকে ৰাজনীতিত অংশ গ্ৰহণ কৰিব লাগেনে?

ইয়াৰ উত্তৰত মই সদায় কৈ আহিছো আৰু এতিয়াও কওঁ যে শিক্ষকে সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰিব নোৱাৰিব। ৰাজনীতিৰ ঠেক গণ্ডীৰ মাজত সীমাহীন জ্ঞানৰ বিস্তৃতি থাকিব নোৱাৰে। তেওঁলোকে সক্ৰিয় ৰাজনৈতিক ক্ষেত্ৰত ৰাজনীতিজ্ঞ পুৰুষসকলৰ ৰাজনীতি সম্বন্ধে সম্পূৰ্ণৰূপে চৰ্চা কৰিব পাৰিব। শিক্ষকসকলে শিক্ষাৰ মাধ্যমেৰে তাৰ জ্ঞান দিব পৰা লোক হব লাগিব। বিশেষকৈ গণতান্ত্ৰিক শাসনত শিক্ষাবিদসকল বিভিন্ন বিভাগীয় কাৰ্যাত অভিজ্ঞ উপদেষ্টা হোৱা উচিত, অৰ্থাৎ চৰকাৰৰ আত্মনীতি শিক্ষা, বিজ্ঞান, কূটনীতি আদি যিবিলাক বিভাগ থাকে তাত 'ভোটৰ' বলেৰে অহা মন্ত্ৰীসকল এই বিলাক বিষয়ত জনাশুনা লোক বুলি কব নোৱাৰি, গতিকে প্ৰত্যেক বিভাগতে, সেই বিভাগীয় জ্ঞান আৰু অভিজ্ঞতা থকা ব্যক্তিৰে বিভাগীয় মন্ত্ৰীক উপদেশ দিব পৰা একোখন বোৰ্ড স্থাপন কৰিলে, নিশ্চয় সুফল পোৱা যাব। তেনে বিলাক বোৰ্ডত বিশ্ববিদ্যালয়ৰ বিশেষজ্ঞসকলে অংশ গ্ৰহণ কৰি সক্ৰিয় ৰাজনৈতিক ক্ষেত্ৰত কাম কৰা সকলক সদায় সহায় কৰিব পাৰিব। সমস্যা বহুল সমাজত ইয়াৰ ব্যতিক্ৰম ঘটিব পাৰে—সক্ৰিয় ৰাজনৈতিক অংশ বিশেষত।

## ৫৫। আমাৰ দেশৰ শিক্ষকসকলৰ উন্নতিৰ কাৰণে চৰকাৰে কি ধৰণৰ ব্যৱস্থা লোৱা উচিত?

খাটাংকৈ এটা ব্যৱস্থা দিয়া টান, কিন্তু এই বিষয়ে মোৰ নিজৰ সুচিন্তিত এটা অভিমত আগৰে পৰা আছে, সেইটো হৈছে এই, শিক্ষকতা কাম ঘাইকৈ জীৱিকা উপাৰ্জন কৰাৰ উপায় হোৱা উচিত নহয়। এজন শিক্ষকে শিক্ষকতা কৰাৰ আগতে নিজক প্ৰবঞ্চনা কৰাতকৈ আত্মজিজ্ঞাসা কৰি স্থিৰ কৰা উচিত যে তেওঁ এই কাম জীৱনৰ আদৰ্শ হিচাবে লৈছেনে নাই। জীৱিকাৰ প্ৰশ্ন

প্ৰথমতে তেওঁৰ মনলৈ আহিছেনে নাই। ইয়াৰ ওপৰতে তেওঁলোকৰ চাকৰিৰ সম্বন্ধে চৰকাৰে কি ব্যৱস্থা কৰা উচিত, সেই প্ৰশ্ন উঠিব পাৰে। গতিকে এতিয়া শিক্ষকতা কামত সোমোৱা সকলৰ শতকৰা অন্ততঃ ৫০ জনে সৰহ দৰমহা পোৱা ক্ষমতা থকা পদত অধিষ্ঠিত হবলৈ সদায় সুবিধা বিচাৰি ফুৰে। কাজেই তেনে শিক্ষকে শিক্ষকতাৰ (Service Condition) বা আন আন সুবিধা পাবৰ বাবে যোগ্য হয়নে নহয় সেই কথাও ভাবি চাব লাগিব। বৰ্ত্তমান সময়ত এই কথা মই নিঃসঙ্কোচে কব পাৰো যে শিক্ষা বৃত্তিটো শিক্ষকসকলৰ বেছি ভাগেই 'মোৰ' বুলি লব পৰা নাই। কেৱল ইয়াতকৈ ক'ৰবাত ভাল দৰমহা, সা-সুবিধা পালে গুচি যাম, এনে ভাবত এই কামত সোমায়। গতিকে বৰ্ত্তমান ব্যৱস্থাত এই শ্ৰেণীৰ শিক্ষকে কিমান দৰমহা পাইছে বা কিমান সা-সুবিধা পাইছে সেই কথাত মই কোনো মন্তব্য দিব নোখোজো। এতিয়া যি সকলে শিক্ষকতা নিজ জীৱনৰ লক্ষ্য বুলি ধৰিব আৰু সেই আদৰ্শত চলি নিজৰ জীৱন গঢ়ি তুলিব অৰ্থাৎ একমাত্ৰ শিক্ষকতা কাম কৰিযে মনত সুখ পাব, শান্তিৰে থাকিবলৈ বিচাৰিব আৰু শিক্ষকতা কৰি নিজে কি পালে তাক পাছ কৰি নিজে বিদ্যাদান দি কিমান খিনি আনন্দ পালে, সেই আনন্দই ধন-লিপ্সা কিমানদূৰ কমাব পাৰিলে, এইখিনি কথালৈ লক্ষ্য ৰাখি যিসকলে শিক্ষকতা কৰে, তেওঁলোকে প্ৰথমতে যি যুগত কাম কৰে সেই যুগত নিজৰ ল'ৰা-ছোৱালীৰ ভৰণ পোষণ কৰাৰ জোখাৰে যিমান ধনৰ প্ৰয়োজন অন্ততঃ সিমানখিনি ধন, ঘৰখন চলিব পৰাকৈ ধাৰ নলগাকৈ কাকো হাত নপতাকৈ ধুণ পেচ্ নামাৰি নিযমীয়াকৈ চলিবলৈ হলে সেই জোখাৰে শিক্ষকতা কৰি ধন উপাৰ্জ্জন কৰিব পাৰিব লাগিব। আৰু চৰকাৰীযেই হওক বা বেচৰকাৰীযেই হওক, যি স্কুল কলেজ বা বিদ্যালযতে কাম নকৰক তেওঁলোকে চৰকাৰৰ অন্যান্য বিভাগৰ (Department) দৰে পেনচন পোৱা, প্ৰভিডেণ্ট ফাণ্ড (Provident Fund) খোলা অন্যান্য যিবিলাক সা-সুবিধা দিয়া হয়, সেই সকলোখিনি পোৱা উচিত।

৫৬। যি কোনো এটা শিক্ষা প্ৰতিষ্ঠানৰ কোনো এজন যোগ্য শিক্ষকক সন্মান দিবলৈ হলে শিক্ষা প্ৰতিষ্ঠান আৰু চৰকাৰে কি ধৰণৰ ব্যৱস্থা লব পাৰে ?

শিক্ষকসকলক সন্মান দিয়া কথা আমাৰ দেশত অৰ্থাৎ ভাৰতীয় আদৰ্শত

বিচাৰ্য্য নহয়। কাৰণ আমি সকলোৱে জানো যে আশ্ৰমত থকা জটা বল্কল ধাৰী ঋষি মুনি সকলৰ চৰণ সদায় ৰাজমুকুটেও ছুই আহিছে। এই কথা ঐতিহাসিক সত্য যে বিক্ৰমাদিত্যই নিজে ৰাজত্বৰ গৌৰৱ ক'ত আছিল, এই কথা তেওঁ নিজে অনুভৱ কৰিছিল যে নৱৰত্নই সভা পণ্ডিত হৈছে, তেওঁৰ সিংহাসনে নহয়। এই কথাও আমি জানো যে আগৰ দিনৰ শিক্ষা-গুৰুসকলে একোখন আশ্ৰমত যথেষ্ট শিক্ষাৰ্থীক শিক্ষা দিছিল। তেওঁলোকৰ আৰু শিক্ষাৰ্থী সকলৰ ভৰণ পোষণৰ বাবে কোনো চিন্তা নাছিল, এই কাম ৰজা-ঘৰে আৰু সমাজে আপোনা আপুনি সমাধান কৰিছিল, তেতিয়া এজন শিক্ষা গুৰুক যথেষ্ট সন্মানেই নহয়, ব্যৱহাৰিক বস্তু কেইপদো অযাচিত ভাবে যেযে সেযে দিছিল। অৱশ্যে সেই সময়ত শিক্ষাৰ্থীৰ সংখ্যা সীমাবদ্ধ আছিল। সেইবাবে সমাজৰ পক্ষে তেওঁলোক গলগ্ৰহ হৈ উঠাৰ কাৰণো নাছিল। ৰজাঘৰীয়া, ধৰা-বন্ধা কোনো উপাধি প্ৰদান আদি ব্যৱস্থাও নাছিল। এই কাম পণ্ডিত মণ্ডলীয়ে নিজে বিচাৰ কৰিছিল। যি হক এই গুৰুকুল সদায় ৰজা ঘৰ আৰু সমাজৰ পৰা সসন্মানে, শ্ৰদ্ধাৰে আৰু ধৰ্ম্মভাবেৰে দিয়া দান-দক্ষিণাৰে পৰিপুষ্ট হৈ আছিল, কাজেই নীতি আৰু আদৰ্শহিচাবে এই সন্মান যোগ্য স্থানতেই দিয়া বস্তু, কিন্তু বৰ্ত্তমান সময়ত য ত ক্ষমতা আৰু ধনেই ধৰ্ম্মৰ ফল বুলি ভবা হয়, জ্ঞানতকৈ বেচি আদৰণীয় বস্তু হৈ উঠিছে সেই সময়ত এই ধৰণৰ সন্মান প্ৰদান কিমানদূৰ সন্মানজনক সেই কথা ভাবি চাবলগীয়া। এজন শিক্ষক বা সাহিত্যিকৰ ঘাই সম্পদ উচ্চ-চিন্তা আৰু প্ৰশস্ত হৃদয়। এতিয়া ভাবি চোৱা উচিত তেনে একোজন শিক্ষক বা সাহিত্যিকক ধনেৰে বা উপাধিৰে বিভূষিত কৰোঁতে, কোনে কৰে ? দেখা যায় আজিকালি হয়ো ৰাজনৈতিক বিচাৰতহে অনেক ক্ষেত্ৰত প্ৰদান কৰা হয়। ইয়াৰ দ্বাৰা এই কথা মই কব খোজা নাই যে যি সকলে এই সন্মান পাই আহিছে তেওঁলোক অযোগ্য লোক। কিন্তু এই সন্মান দিয়া সকলে তেওঁলোকৰ পৰা যেন এটা আনুগত্য পৰোক্ষে পাব, এনে এটা ভাব নিহিত থকা যেন লাগে। মুঠতে এই কথা নিঃসঙ্কোচে কব পাৰো যিসকল ৰাজনৈতিক পুৰুষে এই মেধাবী মনীষী-সকলক সন্মান দেখুৱায়, তেওঁলোকে বিক্ৰমাদিত্যই নৱৰত্নক যিটো আন্তৰিকতাৰে সন্মান দেখুৱাইছিল, আজি কালি সেই আন্তৰিকতাৰে বা শ্ৰদ্ধাৰে সন্মান দেখুৱা হয়, এনে মনে নধৰে। এইটো মোৰ মনে ধৰা কথাহে, ই একেবাৰে সত্য বুলি মই ডাঠি কব নোৱাৰো।

৫৭। আজি স্কুল, কলেজ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষক সকলৰ মাজত মিল নাই কেলেই ? ইয়াৰ ঘাই কাৰণ কি বুলি আপুনি ভাবে ?

এই প্ৰশ্নৰ উত্তৰত মই ইমানকে কব পাবো যে দেশৰ শাসন যন্ত্ৰত যিদৰে অফিচাৰ গ্ৰেড ( Officer's Grade ), চাবঅৰডিনেট গ্ৰেড ( Subordinate Grade ) ইত্যাদি চাকৰি বিভাগ আদি সৃষ্টি কৰি নিজৰ ভিতৰত উচ্চ খাপৰ বা নিম্ন খাপৰ বুলি সদায় ব্যৱধান এটা ৰাখি চলে, সেই ব্যৱস্থা শিক্ষকসকলৰ মাজতো থকাৰ কোনো কাৰণ নাই, কিয়নো এজন স্কুলৰ শিক্ষক বা কলেজৰ শিক্ষক বা বিশ্ববিদ্যালযে নিজে চলোৱা কলেজবিলাকৰ শিক্ষক, তেওঁবিলাকৰ মাজত যদি ব্যৱধান গঢি উঠিছে, তেন্তে বুজিব লাগিব যে শিক্ষা অনুষ্ঠান বিলাকতে য'ত সাত্ত্বিক ভাৱে শিক্ষা দিয়া হয় আৰু শিক্ষার্থীসকলকো সেই আদৰ্শেৰে অনুপ্ৰাণিত কৰা হয়, তাতো অন্যান্য বিভাগৰ ( Department ) দৰে ৰাজসিক ভাবে শিপাইছে। অৰ্থাৎ শিক্ষাৰ পৱিত্ৰ মন্দিৰত শিক্ষাবিদসকলৰ এটি সুস্থ, নিষ্ঠা শ্ৰদ্ধাশীল মণ্ডলী তৈয়াৰ হৈ উঠা নাই, তাৰ ঠাইত চাকৰিৰ মনোভাবে শিক্ষকসকলৰ মাজত দেখা দিছে। ইয়াৰ ফলত, স্বভাৱতে, একে শিক্ষাবৃত্তিত আত্মোৎসৰ্গ কৰা শিক্ষকসকলৰ মাজত দলাদলিৰ সৃষ্টি হোৱা স্বাভাৱিক। মই নিজে জানো যিবিলাক সম্পূৰ্ণ চৰকাৰী স্কুল বা কলেজ আছে তাৰ শিক্ষকসকলে বেচৰকাৰী স্কুল বা কলেজৰ শিক্ষকসকলতকৈ যেন অলপ ওখ খাপৰ এনে এটা ভাব দেখুৱায়। ইয়াৰ কাৰণ এইটো হব পাৰে—এই অৰ্থকৰী যুগত য'ত ধনেহে জ্ঞানতকৈ ওখ ঠাই অধিকাৰ কৰে তাত চৰকাৰী স্কুল কলেজৰ বেচি সুবিধাজনক বাবে বেচৰকাৰী স্কুল কলেজৰ শিক্ষক সকলতকৈ অলপ ওখ খাপৰ এনে জ্ঞান বাঢে বা ভাবে। ইয়াৰ কাৰণো মই অনুভৱ কৰিছো যে বিশ্ববিদ্যালযৰ ভিতৰত যিটো বিশাল আৰু সুস্থ পৰিৱেশ ( Broad-based atmosphere ) আৰু যিমানবিলাক বিভাগ ( Faculty ) একে ঠাইতে গোট খায়, শিক্ষা দিয়ে, তাত যিটো বন্ধুত্বভাৱ ( Spirit of friendship ) বহন কৰে, শিক্ষকসকলৰ অন্তৰ অধিকাৰ কৰে, সেয়েও তেওঁ-বিলাকৰ মনত অতৰ্কিত ভাৱে হলেও এটা অহমিকা ভাৱ ( Superiority Complex ) দিয়ে বুলি মোৰ অনুমান হয়। কিন্তু মই শ্ৰদ্ধাৰে কব খোজো, এটা বিশ্ববিদ্যালযে নিজে চলোৱা স্কুল কলেজৰ দৰে চৌহদৰ ( Campus ) বাহিৰত থকা স্কুল কলেজকো আকোৱালি লোৱা উচিত। মুঠতে বাণী মন্দিৰত এক-

মাত্র গুৰুত্বৰ স্থান বুলি ধৰা উচিত, তাত সামাজিক পদবীৰ দৰে ওপৰ চাপৰ ভাৱ থাকিব নাপায়।

৫৮। শিক্ষকতা বৃত্তিটো আগৰ দিনতকৈ বৰ্ত্তমানে ইমান অৱহেলিত কেলৈ হৈছে? শিক্ষক হিচাবে আপুনি ইয়াৰ কিছুমান কাৰণ কবনে?

বৰ্ত্তমান সময়ত চৰকাৰৰ নানা বিভাগ সৃষ্টি হোৱাত আৰু বৃটিছৰ দিনত ঢুকি নোপোৱা উচ্চ-খাপৰ চাকৰিসমূহ এতিয়া আমাৰ শিক্ষিত ডেকাসকলৰ বাবেও মুকলি হোৱাত, আনহাতে শিক্ষাবৃত্তিত উপাৰ্জ্জন কম বাবে স্বভাৱতে একোজন উচ্চ শিক্ষিত ডেকাই তেওঁৰ সমপৰ্য্যায়ৰ শিক্ষাপোৱা আন এজন ডেকাই সেইবিলাক বিভাগত সোমাই সৰহ দৰমহা পোৱা দেখি তালৈ স্বভাৱতে যাবলৈ বাট বিচাৰে, গতিকে বৰ্ত্তমানে শিক্ষকতাৰ কামত সম্পূৰ্ণ গুৰুত্ব দি কাম কৰিবলৈ আগ্ৰহ নাথাকে। এই বিলাক প্ৰলোভনত (Temptation) বৰ্ত্তমান সময়ত শিক্ষা বিভাগত যিসকলে সোমায়, তেওঁলোকৰ মনৰ গতি শিক্ষাৰ্থী সকলক শিক্ষা দিয়াতকৈ কেতিয়া ইয়াৰ পৰা ওলাই গৈ মোটা দৰমহাৰ কাম এটা পায়, তাৰ চিন্তাত বেছি সময় কটায় আৰু তাৰ ফলত শিক্ষা দিওঁতে আপোনা আপুনি অৱহেলা আহি পৰে। এই অৱস্থা দূৰ কৰিবলৈ হলে শিক্ষকসকলক অহৰ্তাসম্পন্ন যোগ্যতাৰ (Qualification) সমনীয়াসকলে অইন বিভাগত যিটো স্কেলত (Scale) দৰমহা পায়, তেওঁলোককো দিলে, চাউলো সিজিব, চৰুও ৰব। অৰ্থাৎ তেওঁলোকে সেই শিক্ষকতাৰ কামতেই মনপুতি কাম কৰিবলৈ বিশেষ আগ্ৰহেৰে থাকিবলৈ ইচ্ছা কৰিব। কাৰণ এজন শিক্ষিতলোকে আজন্ম এটা শিক্ষাৰ পৰিবেশৰ মাজত থাকি অধ্যয়ন আৰু অধ্যাপনা কামত নিবিষ্ট থাকিবলৈ অতি আনন্দ পোৱাৰ কথাই। তেতিয়া বিশ্ববিদ্যালয়ৰ বাতাবৰণ (Environment) শিক্ষকসকলক শিক্ষকতা বৃত্তিত প্ৰেৰণা দিব আৰু শিক্ষকসকলক মৰ্য্যাদা দিব।

৫৯। আপোনাৰ মতে এজন যোগ্য আৰু আদৰ্শ শিক্ষক হবলৈ কি কি ধৰণৰ গুণ থকা আৱশ্যক?

শিক্ষকতা কামটো অতি পৱিত্ৰ বস্তু। ধৰ্ম্মস্থানৰ পৱিত্ৰতাতকৈ বাণীমন্দিৰৰ (Educational Institution) পৱিত্ৰতা কম নহয়, বৰং যদি "নহি জ্ঞানেৰ

সদৃশম্ পৰিক্ৰমিহ বিদ্যতে' বোলা কথাষাৰত গভীৰ তত্ত্ব সোমাই আছে, তেন্তে বাণী মন্দিৰ একৰকম ধৰ্ম্ম মন্দিৰতকৈও ওখ ঠাইত প্ৰতিষ্ঠিত। গতিকে দীক্ষাগুৰু ( Religious teacher ) আৰু শিক্ষাগুৰু ( teacher ) সমান বুলি আমাৰ দেশত সমাজে ( Society ) মানি আহিছে, ই অতি সত্য কথা। সেই কাৰণে শিক্ষকজনৰ বিদ্যাতকৈ চৰিত্ৰবল আৰু তাৰ মাজেদি প্ৰকাশ পোৱা ব্যক্তিত্ব ( Personality ) বোলা বস্তুটোৱে যথাৰ্থ আদৰ্শনীয় শিক্ষক কৰি তোলে। আৰু এটা কথা এজন শিক্ষকৰ গাত বিদ্যা কিমান আছে, তাতকৈ যিকণ বিদ্যা আছে, তাকে অতি হেপাহেৰে শিক্ষাৰ্থী'ক দান দিবলৈ যদি সদায় উৎসুক হৈ থাকে তেতিয়া সেই আন্তৰিকতাৰ সূক্ষ্ম বিচাৰেই সেই শিক্ষাৰ্থীসকলক সমান চকুৰে ( Equally ) চোৱা উচিত। তেওঁ সদায় এই কথা মনত ৰখা উচিত যে তেওঁ শিক্ষা দিয়া শিক্ষাৰ্থীসকল ঘৰত একে পৰিবেশৰ মাজত একে ৰকমৰ শিক্ষিত পৰিয়ালত ডাঙৰ দীঘল হোৱা নহয়। আৰু যি সমাজত থাকে, সেই সমাজো সকলো ছাত্ৰৰ পক্ষে একে নহয়। ঘৰত পৰিয়ালত সকলো বিলাক কথালৈ লক্ষ্য ৰাখি প্ৰত্যেকজন ছাত্ৰৰ শাৰীৰিক, মানসিক, নৈতিক গতি একে ৰকম নহয় বুলি, সেইকথা মনত ৰাখি প্ৰত্যেকজন ছাত্ৰকো চকু দি শিক্ষা দিব লাগিব। কাজেই যিটো ল'ৰা বা ছোৱালী দুৰ্ভাগ্যক্ৰমে সুস্থ সমাজ, শিক্ষিত পৰিয়াল আৰু শান্ত পৰিবেশৰ মাজত বসবাস কৰিবলৈ নাপায়, সি স্বভাৱতে পঢ়াশুনাত অমনোযোগী ( inattentive ) হোৱা কথা। আদৰ্শ শিক্ষকে তেনেবিলাক ছাত্ৰক প্ৰেৰণা দি উৎসাহিত কৰি শিক্ষাৰ বিষয়ত ৰাপ ( taste ) বঢ়ুৱাব পাৰিলেহে তেওঁ ভাল শিক্ষক বুলি কব পাৰি। আনহাতে ল'ৰাক যিবিলাক কাম নকৰিবলৈ উপদেশ দিয়ে যেনে চুৰট-ধঁপাত নোখোৱা ( Smoking), যথা সময়ত উপস্থিত নথকা ( Impunctual ), পঢ়িবলৈ এলাহ নকৰা ( Negligence to study ), মিছা কথা নোকোৱা ( telling lies ), কাকো সন্মান নকৰা ( Disrespect ), "বিদ্যা দদাতি বিনয়ং" আৰু "ছাত্ৰানাং অধ্যয়নং তপঃ' ( Study is the motto of students ) বুলি শিক্ষা দিয়ে সেই শিক্ষকজনে এইবিলাক কথা নিজে কাৰ্য্যস্থলত ( in practice ) মানি চলিব লাগিব। গতিকে এজন শিক্ষক ছাত্ৰৰ সমানে উপৰোক্ত বিষয়বিলাকো নিজ আচৰণত সদায় সাৱধান হৈ চলা উচিত। তেনে এজন শিক্ষকে এটা অতি দুৰ্দ্দান্ত ছাত্ৰকো সময়ত নিজৰ বশীভূতলৈ ( Control ) আনিব পাৰে। তেনেজন শিক্ষক অতি সুপণ্ডিত ( Learned ) নহলেও ল'ৰাৰ মনত শিক্ষাৰ ধাউতি ( Aptitude )

জন্মাব পাৰিব। আৰু শিক্ষাৰ্থীয়ে তেনে ধাউতিৰে সেইজন শিক্ষকে যি শিক্ষা দিযে, তাৰেই যথেষ্ট জ্ঞান আৰ্জ্জিব পাৰে।

৬০। শিক্ষক আৰু ছাত্ৰসকলে দেশৰ একতা ( Unity ) ৰক্ষা কৰাৰ কাৰণে কি কৰা উচিত ?

সৰ্ব্বভাৰতীয ভাৱে শিক্ষক আৰু ছাত্ৰসকলৰ ভিতৰত যোগাযোগ ৰাখি নিজৰ অতীতৰ ঐতিহ্য সাংস্কৃতিক আৰু ভাষাগত বৈষম্যৰ ঠাইত ভাৰতীয সকলো ভাষাত লিখিবৰ আৰু কবৰ চেষ্টা থাকিব লাগিব। ভাৰতে অতীতৰ পৰাই বিভিন্ন ভাষা-ভাষী হৈযো তাৰ মাধ্যমেৰে আঞ্চলিক সংস্কৃতিৰ ( Regional Culture ) আদান-প্ৰদান কৰি বৈচিত্ৰময ভাৰতীয সংস্কৃতিৰ ( Indian Culture ) যোগসূত্ৰৰে সকলো জাতিকে ( Race ) বান্ধি এটি মহাজাতিত ( International Race ) পৰিণত কৰিব পাৰিছিল। এতিযাও সেই কাম ৰাজনৈতিক ক্ষমতাৰ বলেৰে কেতিযাও সাধন নহয। এতিযাও এই কাম শিক্ষাবিদসকলে সমাধান কৰিব লাগিব। গতিকে অতীতত ঋষিসকলে ছাত্ৰসকলক যিদৰে সৰ্ব্বভাৰতীয চিন্তাধাৰাৰে অনুপ্ৰাণিত কৰিছিল, এতিযাও তেনে পন্থা শিক্ষানুষ্ঠানবিলাকে গ্ৰহণ কৰা উচিত।

৬১। দেশৰ শিক্ষকসকলৰ সন্তান-সন্ততিক বিনা বেতনত স্কুল, কলেজ আৰু বিশ্ববিদ্যালযত শিক্ষা দিযা উচিত বুলি আপুনি ভাবেনে ?

সকলো চাকৰিৰ ভিতৰত শিক্ষকতা বৃত্তিটোৱেই (Teaching Profession) আটাইতকৈ কম দৰ্ম্মহাৰ। দেখাতে তেওঁলোকৰ ল'ৰা-ছোৱালীক বিনা মাচুলে পঢ়িবলৈ দিযা উচিত। শিক্ষকতা কৰি ধন সম্পত্তি ল'ৰা-ছোৱালীলৈ যথেষ্ট পৰিমাণে থৈ যোৱা উদাহৰণ নিশ্চয কম হব। মই জানো তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বিযাত, বাপেক মাকৰ শ্ৰাদ্ধত, প্ৰাযে ধাৰ ঋণ কৰি কাম কৰিব-লগীযা হয। এই কথা প্ৰাইমাৰী স্কুলৰ পণ্ডিতৰ পৰা বিশ্ববিদ্যালযৰ বেছিভাগ অধ্যাপকতেই খাটিব। কেৱলমাত্ৰ যি সকলৰ নানা ধৰণৰ পাঠ্যপুথি লিখাৰ অভ্যাস আছে, তেওঁলোকেই অলপ ৰসাল বুলি কব পাৰি। কিন্তু তাৰ সংখ্যা কম। গতিকে শিক্ষকতা কৰা লোকৰ ল'ৰা-ছোৱালীক অনুগ্ৰহ দেখুৱাই নহয়, এইটো চৰকাৰৰ অপৰিহাৰ্য্য কৰ্ত্তব্য বুলি ভাবো। মই সদায এই কথা কৈ

আহিছো আৰু চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি আহিছো যে এই চৰকাৰী আৰু বেচৰকাৰী স্কুল বিলাকৰ ভিতৰত শিক্ষকৰ দৰমহাৰ ব্যৱধান থকা উচিত নহয়, কিয়নো চৰকাৰী আৰু বেচৰকাৰী স্কুলতে শিক্ষাৰ মানদণ্ড, শিক্ষাৰ যোগ্যতা, পৰীক্ষাৰ ফলাফল একে ষ্টেণ্ডাৰ্ড'ত ( Standard ) বিচৰা বস্তু, অৱশ্যে বৰ্ত্তমান সময়ত এই ব্যৱধান কিছুদূৰ কমিলেও একে শিক্ষালয়ত চৰকাৰী আৰু বেচৰকাৰী স্কুলতো একেৰকম পেঞ্চন দিয়া ব্যৱস্থা কৰা উচিত। সেয়ে নহলে অন্ততঃ প্ৰত্যেকজন শিক্ষকৰ পদানুসাৰে একোটা জীৱন-বীমা ( Life Insurance ) কৰাটো ব্যৱস্থা হব লাগে। তদুপৰি Provident Fundও থাকিব লাগে। জীৱন বীমাৰ কিস্তি ( Premium ) চৰকাৰে দিয়া উচিত। এই ব্যৱস্থা কৰিলেও কিছুদূৰ সকাহ পোৱা যায়। জীৱন বীমাৰ টকাটো শিক্ষকজন মৰাৰ পাচত পৰিয়ালটোৱে পালে তাকে মূলধন কৰি কোনো এটা ব্যৱসায়ত খটুৱাই চলিবলৈ এটা সাহ হয়। শিক্ষকজন মৰাৰ পাচতে পৰিয়ালটোৱে একেবাৰে অসহায় হলো বুলি অধীৰ নহৈ থাকিব পাৰে। কিন্তু, মই মুঠতে কওঁ যে বেচৰকাৰী স্কুলবিলাক সম্পূৰ্ণৰূপে চৰকাৰী স্কুলৰ পৰ্য্যায়লৈ যোৱা উচিত। যদি ভবা যায়, বেচৰকাৰী স্কুলৰ মান (Standard ) চৰকাৰী স্কুলতকৈ তলত, তেনে স্কুল বৰং নামঞ্জুৰ কৰাই ভাল। শিক্ষা বস্তুটো বজাৰৰ বেচাকিনা বিধৰ নহয়। আৰু শিক্ষালয়বিলাকো শিক্ষাৰ দোকান নহয়। এজন শিক্ষকে শিক্ষা দিবলৈ হলে, তেওঁ ২৪ ঘণ্টা অন্ন চিন্তাত থকাটো উচিত নহয়। 'দৰিদ্ৰ দোষো গুণৰাশী নাশী' এই কথা মহাকবি কালিদাসৰ দিনৰ পৰাই একৰকম আপ্তবচন হৈ পৰিছে।

৬২। বৰ্ত্তমান আধুনিক সমাজে এজন শিক্ষকক কেনে চকুৰে চাব লাগে ?

ইয়াৰ উত্তৰ নিৰ্ভৰ কৰিছে সমাজ আৰু শিক্ষক দুয়োৰো ওপৰত। স্থানান্তৰত কোৱা দৰে কব খোজো, আমাৰ দেশত ধৰ্ম্মগুৰু আৰু শিক্ষাগুৰুৰ আসন সমাজত অতি ওখ আৰু আছুতীয়া। এজনৰ আসন ধৰ্ম্মৰ মৰ্ম্মস্থলত, আনজনৰ শুভ্ৰাসনত। ধৰ্ম্ম আৰু বিদ্যা, উভয়েই 'দানৰ বস্তু,' 'দাম-দৰৰ' নহয়। আজিৰ সমাজত ধৰ্ম্ম আৰু বিদ্যা 'ধনেৰে জোখা বস্তু' হৈ পৰিছে। ধৰ্ম্মগুৰুৰ আধ্যাত্মিক আকৰ্ষণী শক্তিত আৰু শিক্ষাগুৰুৰ জ্ঞানোজ্জ্বল মুখত নাই। গতিকে উভয়কে সমাজে "আগৰ চকুৰে" চোৱা যেন মনে নধৰে। আমি

আন্তৰিক কামনা কৰো যে গুৰুকূলে এতিয়া শিক্ষকতা কাম 'প্ৰফেচন' নকৰি 'মিচন' অৰ্থাৎ জীৱনৰ একমাত্ৰ ধ্যান কৰি লব লাগে। বিদ্যা 'দানৰ' বস্তুহে বুলি, দানৱত হৈ শিক্ষা দিব লাগে। আৰু সমাজেও গুৰু দক্ষিণা উপযাচি শ্ৰদ্ধাৰে গুৰুজন চলিব পৰাকৈ দিয়া উচিত।

৬৩। শিক্ষকতা বৃত্তিটো আৰু আকৰ্ষণীয় কৰিবৰ নিমিত্তে চৰকাৰ আৰু ৰাইজে কি ব্যৱস্থা গ্ৰহণ কৰিব লাগে?

আজি 'অৰ্থকৰী' যুগত শিক্ষাদানৰ আনন্দই মুখ পকা থেকেৰা কৰি ৰখা 'বাৰ টকীয়া পণ্ডিতৰ' দিন নাই। পাঁচ টকীয়া টোলৰ পণ্ডিত, মক্তবৰ মৌলবীৰ দিন উকলিল। গতিকে এতিয়া শিক্ষা বিভাগটো চৰকাৰৰ সম-পৰ্য্যায়ৰ আন আন বিভাগৰ দৰে আকৰ্ষণীয় দৰমহাৰ 'স্কেল' হোৱা উচিত। চৰকাৰী, বেচৰকাৰী বিদ্যালয়ৰ পাৰ্থক্য দূৰ কৰিব লাগিব। কিন্তু, শিক্ষা বিভাগ এটা বিশেষ বিভাগ হোৱা উচিত। আজিকালি অৰ্থকৰী বিদ্যা হলেও বিদ্যাদান কৰা সকলে অন্য কামলৈ অধিক উপাৰ্জ্জনৰ আশাত যাব নোৱাৰা চৰকাৰী ব্যৱস্থা হোৱা উচিত। 'শিকায, শিকে, ৰোৱে পাণ — এই তিনি জাতিয়ে নিচিন্তে আন' আজিও সত্য। স্কুল-কলেজৰ শিক্ষা সাং কৰি এজন ডেকাই নিজ ৰুচিমতে চাকৰি বা অন্য ব্যৱসায় ঠিক কৰি লোৱা উচিত। শিক্ষকতাত যাৰ ৰাপ নাই, তেওঁ ক্বাচিতো সেই কাম দুগুণ দৰমহাতো কৰা উচিত নহয়। যাৰ ৰাপ আছে আৰু শিক্ষকতাৰ কামেই জীৱনৰ লক্ষ্য কৰি লবলৈ স্থিৰ কৰে, তেওঁ দুটকা দৰমহা কম পালেও, সেই আনন্দৰ বিনিময় আন একো হব নোৱাৰে—এই জ্ঞানে অতি সন্তোষেৰে শিক্ষাকে জীৱনৰ ব্ৰত কৰি লোৱা উচিত। শিক্ষকজনেই শিক্ষা বৃত্তিটোৰ আকৰ্ষণ। চুম্বকৰ আকৰ্ষণী শক্তি নিজতহে আছে, চুম্বকেহে বেজীটো টানি নি নিজৰ গাত লগায, বেজীয়ে চুম্বকৰ চুলি পৰিমাণো টানিব নোৱাৰে। অনন্ত জ্ঞানৰ অধিকাৰী এজন শিক্ষাবিদৰ জ্ঞান ভাণ্ডাৰ সদায় অক্ষয়, সেয়ে তেওঁৰ যথাৰ্থ সম্পদ।

## ঃ ছাত্ৰ সমাজৰ বিষয়ে অভিমত ঃ

৬৪। ছাত্ৰ-ছাত্ৰীয়ে ৰাজনীতিত অংশ গ্ৰহণ কৰিব লাগেনে?

বিশ্ববিদ্যালয়, স্কুল আৰু কলেজৰ ছাত্ৰ-ছাত্ৰীৰ সক্ৰিয় দলীয় ৰাজনীতিত

কোনো ৰকম অংশ গ্ৰহণ কৰা উচিত নহয়। কিন্তু যেতিয়া দেশৰ কোনো একোটা জাতীয় সমস্যাই দেখা দিয়ে আৰু যি সমস্যাৰ লগত তেওঁলোকৰ ভবিষ্যত স্বাৰ্থ আৰু উন্নতি জড়িত, সেই সময়ত সেই কেইটা সমস্যা সমাধান কৰোঁতে তেওঁলোক উপযুক্ত নেতৃত্বৰ অধীনত সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰে আৰু কৰা উচিত। যেনে বৰ্ত্তমান সময়ৰ অসমৰ জীৱন-মৰণ সমস্যা 'নিবনুৱা সমস্যা' ( Unemployment Problem ) আৰু অৰ্থনৈতিক সমস্যাৰ ফালৰ পৰা উচ্চ-পৰ্য্যায়ৰ শিল্প পৰিকল্পনা ( Industrial Project ) বিষয়ে, ব্ৰহ্মপুত্ৰ নৈৰ ওপৰত দলং দিয়া, ব্ৰডগেজ ৰেলওৱে লাইন স্থাপন কৰা, অসমৰ খনিজ-বনজ আদি প্ৰাকৃতিক সম্পদ ( Natural Resources ) বিলাক বৈজ্ঞানিক প্ৰণালীৰে উন্নত কৰি অসমৰ অৰ্থনৈতিক সমস্যা ৰাজিৰ সমাধান কৰা আদি। দেশ স্বাধীন হোৱাৰ ২৩ বছৰৰ পাছতো অসম বিদেশী শাসনত যিদৰে অব-হেলিত হৈ আহিছে, প্ৰায় সেইদৰে চলি থকা অৱস্থাতো, তাৰ বিৰুদ্ধে নিৰুপদ্ৰৱ উপায়ে দৰকাৰ পৰিলে অহিংস অসহযোগ আন্দোলনেৰে ( Non-Violent Movement ) ছাত্ৰসকলে সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰে। নিজৰ ভবিষ্যতলৈ চাই এনে আন্দোলনত সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰা অপৰিহাৰ্য্য বুলি মই ভাবো।

৬৫। বৰ্ত্তমান আমাৰ দেশৰ বিভিন্ন ৰাজ্যত ছাত্ৰ সমাজৰ মাজত বিভিন্ন অসন্তোষ আৰু বিক্ষোভ দেখা দিয়াৰ কিছুমান কাৰণ কবনে ?

ইয়াৰ প্ৰধান কাৰণ হৈছে মহাত্মাৰ ( গান্ধীজী ) পৱিত্ৰ নৈতিক আদৰ্শৰ পৰা স্বাধীনতাৰ পাছত দেশৰ নেতৃত্ব আজি ২৩ বছৰে প্ৰত্যেক পদক্ষেপত পিছলি পিছলি আতৰি যোৱাটো। বৰ্ত্তমান সময়ত দেশৰ ৰাজনৈতিক অস্থিৰতাই দেখা দিছে। চাৰিওফালে এই অস্থিৰতাৰ মাজত স্বাভাৱিকতে ভবিষ্যতৰ সোণালী সপোন দেখা তৰুণ শক্তিয়ে বিভীষিকা দেখিছে। নিজৰ ভবিষ্যৎ অন্ধকাৰ বুলি ভাবিছে। প্ৰাণত তৰুণৰ স্বাভাৱিক আশাৰ উৎপ্ৰেৰণাও অহা নাই। তাৰ লগে লগে শিক্ষিত অশিক্ষিত নিবনুৱা ডেকা গাভৰুৰ সংখ্যা দিনে দিনে বৃদ্ধি পাইছে। এই কাৰণে এফালে আদৰ্শবিহীন জীৱন, আনহাতে দুবেলা দুমুঠি অপৰিহাৰ্য্য আহাৰ নিয়মমতে নোপোৱা তৰুণসকলৰ মন অস্থিৰ হৈ উঠা এটা স্বাভাৱিক কথা। এনে সময়ত বৰ্ত্তমান নীতিহীন দলীয়

স্বাৰ্থান্ধ ক্ষমতাৰ লোভত সকলো ৰকম অপকৰ্ম্ম কৰিব পৰা তথাকথিত নেতৃত্বত এই সকলোবিলাক পৰিস্থিতি আৰু অবাঞ্ছনীয় পৰিবেশৰ মাজত আশাবাদী তৰুণ শক্তি বিপ্লবী হৈ উঠাত আচৰিত হবলগীয়া একো নাই। বৰং এই অৱস্থাত তেওঁলোকৰ সমস্যা সমাধান কৰি সুপথে নিব পৰা নেতৃত্বৰ প্ৰযোজন আজি হৈছে। আজি আমাৰ দেশৰ ৰাজনৈতিক নেতা আৰু দল ( **Party** ) বিলাকক দায়ী কৰি যথাবিধি ব্যৱস্থা লোৱা উচিত। নহলে দেশত ছাত্ৰ অশান্তি থাকিযেই যাব।

৬৬। **বৰ্ত্তমান যুগত ছাত্ৰসমাজৰ মাজত থকা অমিলবোৰ দূৰ কৰিবলৈ ছাত্ৰসকলে কি ব্যৱস্থা লোৱা উচিত বুলি আপুনি ভাবে ?**

এই বিষযে মই সদায সভাসমিতিত, প্ৰবন্ধ আদিত অনেক কথা যুক্তি দি কৈ আহিছো, ছাত্ৰজীৱনত তেওঁলোকে অমিলৰ কথাতকৈ মিলনৰ কথাকে স্বভাৱতে ভাল পায। তাৰ প্ৰমাণ দুখন দেশৰ দুজন ডেকা দেখা সাক্ষাত হলে যিমান সোনকালে তেওঁবিলাকৰ ভাবৰ আদান প্ৰদান হয, ডাঙৰৰ ভিতৰত সেই ভাৱ সহজে নাহে। তেনেস্থলত আজিকালি শিক্ষানুষ্ঠানবিলাকৰ নিজৰ ভিতৰতে ছাত্ৰবিলাকৰ যিমানবিলাক দলাদলি হয, আৰু সম্থাবিলাকৰ ভিতৰত বিভিন্ন আদৰ্শ কৰ্ম্মপন্থা অৱলম্বন কৰে তাৰ বাবে ৰাজনৈতিক কাৰণেই ঘাইকৈ দায়ী। যেনে বিভিন্ন দলৰ নেতৃস্থানীযসকলে এই ছাত্ৰশক্তিক নিজ নিজ দলৰ কাম কৰিবলৈ উদ্গনি দিযে। আৰু ছাত্ৰসকলৰ ভিতৰৰ পৰা একোজনক নেতৃত্ব দিযা কামত সহায কৰি, ৰান্ধনী উচটাই নিজে জোলখিনি খায। স্বভাৱতে উদাৰচিতীয়া কোমলমতি ছাত্ৰসকলে, তেনে স্বাৰ্থপৰ ৰাজ_ নৈতিক দলীয নেতাসকলৰ মতলৱটো ভালকৈ বুজি নাপাই, বিশ্বাসেৰে তেওঁবিলাকৰ আনুগত্য স্বীকাৰ কৰি কাম কৰে। এই কাৰণে ছাত্ৰশক্তি, নিজে চেষ্টা কৰি নিজৰ কৰ্ম্মপন্থা সংযত ভাৱে অৱলম্বন কৰি নিজৰ ভবিষ্যত জাতীয় জীৱনৰ অনুকূলে যোৱা ঘাই ঘাই সমস্যাসমূহ সমাধান কৰিবলৈ আন্তৰিকতাৰে চেষ্টা কৰা উচিত। কোনো ক্ষেত্ৰতো বিক্ষুব্ধ পন্থা ( **Violent method** ) লব নালাগে। হিংসাত্মক পদ্ধতি নলৈ বৰং অহিংসাৰে সকলো কাম কৰিব লাগে। দলীয ৰাজনৈতিক নেতাসকলৰ সংশ্ৰৱ এৰি দিলে, ছাত্ৰ সমাজৰ ভিতৰত, প্ৰকৃত মিলন সহজে ঘটিব।

৬৭। ছাত্র জীৱনৰ প্ৰধান লক্ষ্য বা আদৰ্শ কি হোৱা উচিত ?

প্ৰধান লক্ষ্য বা আদৰ্শ 'আত্মানং বিদ্ধি' অৰ্থাৎ আগতে নিজক চিনি পোৱা। নিজৰ চৰিত্ৰ, শৰীৰ, মেধা সম্পূৰ্ণৰূপে সমতাৰ মাজেদি ৰাখি মনুষ্যত্ব বিকাশ কৰাই তেওঁবিলাকৰ ধৰ্ম্ম আৰু কৰ্ম্ম। এই কাৰণে এই সৰ্ব্বাঙ্গীন উন্নতি কৰিবৰ বাবে প্ৰথম তপস্যা হৈছে অধ্যয়ন। এই তপস্যাৰ সিদ্ধিতেই তেওঁলোকৰ ভৱিষ্যৎ জীৱনৰ সঞ্জীৱনী শক্তি সোমাই আছে। অৰ্থাৎ ছাত্ৰসকলে জানিব আৰু মানিব লাগে যে 'ছাত্ৰানাং অধ্যয়নং তপঃ' ( অধ্যয়নেই ছাত্ৰসকলৰ একমাত্ৰ চিন্তা )।

৬৮। দেশত ছাত্ৰ অশান্তি বা বিবিধ সমস্যা সমাধানৰ বাবে ৰাজনৈতিক নেতাসকলে শান্তি, একতাৰ কাৰণে কি কৰা উচিত ?

দেশৰ এইবিলাক জটিল সমস্যা, মই বিশ্বাস কৰো, বৰ্ত্তমানৰ ৰাজনৈতিক নানা দল আৰু উপদলে আৰু জটিল কৰি তুলিছে। গতিকে তেওঁবিলাকৰ এই দলীয় নেতৃত্বই ( Party leadership ) বৰ্ত্তমান সময়ত কোনো কাম কৰিব পৰা নাই। এই বিশ্বাস জনতাৰ মনত বদ্ধমূল হৈ উঠিছে। আৰু কাৰ্য্যত তেওঁলোকে দেখাদেখি আগত কোনো এটা উচ্চ আদৰ্শ ৰাখি স্বাৰ্থত্যাগৰ আকৰ্ষণী শক্তিৰে দেশক পূৰ্ণ সংগঠন নকৰিলে, তেওঁবিলাকৰ নেতৃত্বই দেশৰ ঐক্য সংহতি সমস্যা, ছাত্ৰ অশান্তি ইত্যাদি সাধন কৰিব নোৱাৰিব। বৰ্ত্তমানে দেশত যিটো অৰাজকতাৰ ( Lawlessness ) সৃষ্টি হৈছে তাক দূৰ কৰিবলৈ হলে, এটা শক্তিমন্ত জাতীয় দল গঢ়ি উঠিব লাগিব। এইটো দলীয় স্বাৰ্থসিদ্ধি কৰা অভিসন্ধিৰ পৰা এটা জাতীয় দল গঠন কৰা নহব। আজি এটা জাতীয় দল ( National Party ) নহৈ বিভিন্ন দল ( Multi Party System) আৰু উপদল হোৱাৰ বাবে দেশৰ চাৰিওফালে নানাবিধ অশান্তি দিনে দিনে আৰু বাঢ়িছে। বৰ্ত্তমান অশান্তিকৰ পৰিস্থিতিৰ ভিতৰত ছাত্ৰ আৰু শিক্ষকৰ মাজত সম্বন্ধ স্থাপন কৰাৰ কাৰণে কি ব্যৱস্থা লোৱা উচিত ? এই বিষয়ে মই কব খোজো যে 'পঢ়াই, পঢ়ে, ৰোৱে পাণ—এই তিনিযে নিচিণ্ডে আন' বোলা কথাষাৰ বৰ্ত্তমান যুগত সকলোপ্ৰকাৰে ব্যস্ত সমাজত নেখাটে, তদুপৰি যেতিয়া জনতাৰ এটা জাগৰণ আহিছে আৰু ৰাজনৈতিক আদৰ্শ আৰু দায়িত্ব প্ৰতিফলৰ বস্তু হৈ উঠিছে, সেই সময়ত ছাত্ৰ সমাজক আগৰ দিনৰ আশ্ৰমৰ

শান্ত পৰিৱেশৰ মাজত শিক্ষা ( Instructions or lessons ) দিবলৈ যোৱাটো ভুল হব। এই বৈজ্ঞানিক যুগত যেনেকৈ সংক্ৰামক ৰোগ আগৰ দৰে ভৌতিক ব্যাপাৰ বুলি জৰা ফুকা কৰাটো বিশ্বাসৰ কথা নহয়, সেইদৰে এতিয়া ছাত্ৰ-সমাজকো ৰাজনৈতিক পৰিৱেশৰ পৰা বা যিবিলাক অশান্ত ঘটনা ঘটে, তাৰ উন্মাদনাৰ পৰা সম্পূৰ্ণ আতৰাই ৰাখিবলৈ বলেৰে চেষ্টা কৰা বৃথা। গতিকে সংক্ৰামক ৰোগৰ পৰা হাত সাৰিবলৈ আগৰ দিনৰ দুৱাৰ খিৰিকি মাৰি বেমাৰীক ৰখা হৈছিল। এতিয়া বৈজ্ঞানিক যুগত ঠিক তাৰ বিপৰীত ব্যৱস্থা হৈছে। অৰ্থাৎ দুৱাৰ খিৰিকি মেলিদি ভিতৰৰ দূষিত বায়ু ঘনাই ঘনাই যাবলৈ বাহিৰৰ বিশুদ্ধ বায়ু চলাচল কৰিবলৈ দিয়া হয়। বাণী মন্দিৰতো সেই কথা খাটিব, এই ভিত্তিত মই বিশ্বাস কৰো যে ছাত্ৰসমাজক এই পৰিৱেশত তেওঁলোকৰ চাঞ্চল্য আৰু তাৰ বাবে বয়সৰ গুণত ভাবিচিন্তি কাম নকৰাৰ প্ৰৱল ইচ্ছা সম্পূৰ্ণৰূপে বাধা নিদি তাক এফালে বোৱাইদি, বা ( Chanellised ) কৰি তেওঁলোকৰ সেই ইচ্ছা আদৰ্শমুখী কামত খটুৱাব লাগে। কাজেই এই আদৰ্শমুখী ব্যৱস্থা কাৰ্য্যস্থলত সক্ৰিয় কৰি তুলিলে, তেওঁবিলাকৰ যেতিয়া ইয়াত ৰাপ বহিব আৰু বুজিব যে শিক্ষকসকলে তেওঁলোকৰ লগত সহানুভূতিৰে সক্ৰিয় ভাৱে আৰু পদে পদে তেওঁবিলাকৰ ভুল নধৰি পৰোক্ষভাৱে উৎসাহ দি ভাল পথলৈ আনিব পাৰে, তাৰ ঐকান্তিক চেষ্টা কৰা শিক্ষকসকলৰ উচিত। তাকে কৰিলে ছাত্ৰসমাজত সংযম, কৰ্ম্মস্পৃহা আৰু তাৰ লগে লগে আত্মবিশ্বাস, আত্মনিৰ্ভৰশীলতা, নিজ কৰ্ত্তব্যবোধ আদিয়ে আপোনা আপুনি কাম কৰিব।

৬৯। ছাত্ৰৰ চাৰিত্ৰিক, মানসিক আৰু শাৰীৰিক উন্নতিৰ বাবে কি কৰা উচিত?

প্ৰথমতে প্ৰত্যেক ছাত্ৰৰ স্বাস্থ্যৰ বিষয়ে চকু দিয়া উচিত। প্ৰাক-যৌৱন কালত ( Pre-Puberty ) তেওঁলোকৰ ভিতৰত যিটো যৌনস্পৃহা আছে, তাৰ সংযমৰ ওপৰতে যে স্বাস্থ্য নিৰ্ভৰ কৰে, সেইকথা তেওঁলোকক শিক্ষণীয় বিষয় হিচাবে ভালদৰে বৈজ্ঞানিক প্ৰণালীৰে বুজাই দিয়া উচিত। এইদৰে শৰীৰধৰ্ম ৰক্ষা কৰিলে মানসিক মেধা আপোনা আপুনি বাঢ়িব। আৰু মেধাশক্তি বাঢ়িলেই সকলো কথা সহজেই আয়ত্ত কৰিব পাৰিব, মনৰ চাঞ্চল্য দূৰ হব। সেইটো হলে, সহজে আত্মজ্ঞান লাভ কৰিব পাৰিব। চাৰিত্ৰিক

বল লাভ কৰিবলৈ হলে বিশ্বাসেৰে, আধ্যাত্মিক শক্তি লাভ কৰিবলৈ অভ্যাস কৰা উচিত। ঈশ্বৰ বিশ্বাস নহলেও, এই কথা মানিব লাগিব যে কিছুমান নৈতিক নিয়ম ( যিটো আচাৰ বলেৰে ) প্ৰৱৰ্ত্তন কৰা নাযায়, অথচ সমাজৰ ভিতৰত মানবীয় সম্বন্ধ ৰাখিবলৈ অপৰিহাৰ্য্য প্ৰযোজন, তাত বিশ্বাস কৰি অভ্যাস কৰা উচিত অৰ্থাৎ নৈতিক নিযম ( **Moral Law** ) বিশ্বাস কৰিব লাগিব।

**৭০। ছাত্ৰই শিক্ষকক কি দৃষ্টিৰে চোৱা উচিত ?**

এজন ছাত্ৰই শিক্ষকক বা অধ্যাপকক এজন পিতৃস্বৰূপে, শ্ৰদ্ধাৰে চোৱা উচিত। তেতিযা 'শ্ৰদ্ধযা লভতে বিদ্যা এই প্ৰবচনৰ মৰ্ম্ম শিৰাই শিৰাই অনুভৱ কৰিব।

**৭১। ছাত্ৰ অশান্তি দমন কৰাৰ বাবে অভিভাৱক সকলে কি দায়িত্ব লোৱা উচিত ?**

বৰ্ত্তমান ছাত্ৰ সকলৰ মাজত নিযমানুবৰ্তিতা বা আচৰণৰ যিবিলাক দোষ দেখা যায়, তাৰ বাবে ঘৰৰ বান্ধ নথকাত আৰু বিষময হৈ উঠিছে। এই বাবে তেওঁলোকৰ অভিভাৱক সকল টকাত বাৰ অনা দাযী। গতিকে ছাত্ৰ-সমাজক সংযমী আৰু নিযমানুবৰ্ত্তী কৰিবলৈ হলে শিক্ষক আৰু অভিভাৱক দুয়ো সমানে চিন্তা কৰি পৰস্পৰক এই কামত সহায কৰা উচিত।

## ঃ বৰ্ত্তমানৰ পৰীক্ষা পদ্ধতিৰ বিষয়ে অভিমত ঃ

**৭২। বৰ্ত্তমান আমাৰ দেশত চলি থকা পৰীক্ষা পদ্ধতিৰ পুনঃ সংস্কাৰ কৰিব লাগে বুলি আপুনি ভাবেনে কি ? বৈজ্ঞানিক আৰু উন্নত ধৰণৰ পৰীক্ষা পদ্ধতি লোৱাৰ বাবে আপুনি কিবা প্ৰচেষ্টাৰ কথা ভাবিছেনে কি ?**

ইযাৰ লগত পাঠ্যপুথি, পাঠ্যক্ৰম, পঢ়ুৱা নিযম—এই কেই বিষয়ৰ ঘনিষ্ঠ সম্বন্ধ আছে। বৰ্ত্তমান শিক্ষাৰ্থীসকলে এই তিনিয়ো বিষযত নিজৰ ভাবিব



যোৰহাটত মহাত্মাগান্ধী জন্মশতবাৰ্ষিকী উৎসৱত
বাপুজীৰ প্ৰতিকৃতি উন্মোচনৰত ককা।



অসম সাহিত্য সভাৰ
অধিবেশনত
( উত্তৰ লক্ষীমপুৰ )



উত্তৰ লক্ষীমপুৰত অৰুণাচলৰ ছাত্ৰী নিবাস
নিৰ্ম্মাণ হৈ থাকোঁতে পৰিদৰ্শনৰত ককা।



দিল্লীত মন্ত্ৰী সকলৰ
লগত কথা।



দিল্লীত মন্ত্ৰীসকলৰ
লগত কথা।



দিল্লীত আন সদস্যৰ
লগত কথা।



ডুমডুমা বন-বিভাগৰ
সন্মিলন সভাত
যোগদান কৰিবলৈ
যোৱাৰ সময়ত।



ডুমডুমা বন-বিভাগৰ সন্মিলনত
সভাপতি স্বৰূপে ককা।



ডুমডুমা ফৰেষ্ট কনফাৰেঞ্চৰ
সমদলত ককা।



কটন কলেজত সীমান্ত গান্ধী গফ্ৰখানৰ লগত ককা।



কটন কলেজৰ দিযা সম্বৰ্দ্ধনা উত্তৰত ভাষণৰ ককা।



কটন কলেজৰ সম্বৰ্দ্ধনা সভাত ছাত্ৰ আৰু অধ্যাপক সকলৰ মাজত ককা আৰু শ্ৰীডেকা ফুকন।

চিন্তিবলগীয়া একো নাই। মূৰৰ ঘিউ খৰচ কৰিবৰ কোনো প্ৰয়োজন নাই। মুখৰ ফেন ওলাই যোৱাকৈ মুখস্থ কৰি হুবহু পৰীক্ষাত লিখি দিব পাৰিলেই হ'ল। পাঠ্যপুথি আৰ্হিহে। সেই আৰ্হিত আহৰণ কৰিবলগীয়া জ্ঞানসম্ভাৰ মৌৱে অনেক ফুলৰ পৰা মৌ কঢ়িয়াই মৌচাক কৰাৰ দৰে অনেক গ্ৰন্থ পঢ়ি শুনি গোটাব লাগিব। গতিকে বৰ্ত্তমানৰ পৰীক্ষা পদ্ধতিৰ যে আমূল সংস্কাৰ হ'ব লাগে এই কথা নকলেও হব। আমি এই বিষয়ে সদায় ভাবি যথাস্থানত জনাই আহিছোঁ যে বৰ্ত্তমানৰ পৰীক্ষা পদ্ধতিয়ে পৰীক্ষাৰ্থীৰ প্ৰকৃত জ্ঞানৰ পৰিচয় নিদিয়ে। বৈজ্ঞানিক আৰু উন্নত ধৰণৰ পৰীক্ষা পদ্ধতি নিৰ্ভৰ কৰিব এই কেইটা কথাত :—প্ৰথম—যিবিলাক গ্ৰন্থৰ পৰা পাঠ্যপুথিত আৰ্হি পাঠ দিয়া হয়, পৰীক্ষাত প্ৰশ্ন এনে ধৰণে দিব লাগিব যে শিক্ষাৰ্থীজনে সেই গ্ৰন্থ নপঢ়িলে "মডেল প্ৰশ্নোত্তৰৰ" পৰাও মুখস্থ কৰি উত্তৰ দিয়া টান। যি সকল গ্ৰন্থকাৰৰ আৰ্হিপাঠ পাঠ্যপুথিত দিয়া হয়, শিক্ষকেও সেই সকল গ্ৰন্থকাৰৰ বিষয়ে ছাত্ৰক এটা চমু আভাস দিয়া উচিত। তেওঁলোকৰ চিন্তাপ্ৰসূত ভাবৰাশিৰ উল্লেখযোগ্য বিষয়-বস্তুৰ বিষয়ে এইদৰে উন্মুকিয়াই যাব লাগিব যে শিক্ষাৰ্থীজনে গ্ৰন্থকাৰজনৰ গ্ৰন্থ যেন তেতিয়াই পঢ়িব এনে ঔৎসুক্য জন্মিব। গতিকে পৰীক্ষা পদ্ধতি সংক্ৰান্ত কেইবাটাও বিষয়ৰেই আমূল পৰিৱৰ্ত্তন আনিব লাগিব। পৰীক্ষা "ভাটৌৰ ৰাধাকৃষ্ণ" নহৈ, ভক্তৰ নানা ভাবে স্তুতি-নতিৰ সাধ্য-সাধনাৰ মাজেদি অনুভৱ কৰা "চৈতন্য লোকৰ ৰাধাকৃষ্ণ" হ'ব লাগিব। পৰীক্ষা পৰীক্ষাৰ্থীৰ "মূৰৰ ঘিউ" জোখা তৰ্জ্জুহে, মুখস্থ বিদ্যাৰ মুখৰ ফেনসোপা কঢ়া হেতাঁ নহয়।

## ঃ সাহিত্য আৰু সাহিত্যিকৰ বিষয়ে অভিমত ঃ

৭৩। আমাৰ দেশৰ তথা বিভিন্ন ৰাজ্যৰ সাহিত্য আৰু সংস্কৃতিৰ উন্নতিৰ কাৰণে ছাত্ৰ, শিক্ষক, লিখকসকলে কি ধৰণৰ ভূমিকা লোৱা উচিত বুলি আপুনি ভাবে ?

সাহিত্য আৰু সংস্কৃতিত "সীমান্ত" বিশেষণ প্ৰযোজ্য নহয়। দুয়োটা বস্তু মানুহৰ মনোৰাজ্যৰ। মনোৰাজ্যৰ ভৌগোলিক সীমা নাই। মনে দূৰবীনেও নেদেখা গ্ৰহ-নক্ষত্ৰ পাৰ হৈ, অসীম অনন্ত আকাশকো তাৰ দিগন্তৰ সন্ধান

দিয়ে। হিমালয় মনে পাৰ হোৱা দেওনাখন। গতিকে মনোৰাজ্যৰ সম্পদ সাহিত্য সংস্কৃতিৰ দৰে, বিশ্বমানৱৰ উমৈহতীয়া সম্পত্তি। গতিকে পৈতৃক সম্পত্তিৰ দৰে বিশ্বমানৱৰেই ইযাত সমান অধিকাৰ আছে। আমাৰ অন্তৰৰ অনুভূতি এয়ে, আজি বিশ্ব-বিশ্ৰুত, জগতবৰেণ্য সাহিত্যিক আৰু সাংস্কৃতিক-সকলৰ চিন্তাধাৰা ফল্গু নৈৰ দৰে মানৱ সমাজত ফটিকৰ ধাৰে নিৰ্ম্মল হৈ তলে তলে মানৱাত্মাত বৈ নথকা হ'লে, আজিৰ যান্ত্ৰিক জগতে, পশুৱেও উন্মত্ত অৱস্থাতো নকৰা নিৰ্ম্মম নিষ্ঠুৰ আচৰণ কৰি ধৰিত্ৰীক মূৰ্চ্ছা নিযালেহেঁতেন। একোটা জাতিৰ ধৰ্ম্ম বিশ্বাসতকৈও সাহিত্য সংস্কৃতিৰ গভীৰতা বেছি। ইযাৰ মাধ্যমেৰেহে মানুহৰ ধৰ্ম্মোচ্ছ্বাস প্ৰকাশ পায়—যাৰ মাধ্যমেৰে মানুহ জন্তুৰ শাৰীৰ পৰা আঁতৰি আহি দেৱতাৰ শাৰীত বহিব পৰা হৈছে পৃথিৱীতেই স্বৰ্গসুখ লভিছে, বৈকুণ্ঠ বিহাৰ কৰিছে। সাহিত্য আৰু সংস্কৃতি শিক্ষক ছাত্ৰৰ তপস্যা, আৰাধনাৰ অপাৰ্থিব বস্তু নহৈ নোৱাৰে। জ্ঞানৰ সমান পৱিত্ৰ যদি আন একো হ'ব নোৱাৰে, সেই জ্ঞানপ্ৰসূ সাহিত্য আৰু সংস্কৃতিৰ উপাসনাই ঈশ্বৰোপাসনা, জীৱনাৱলম্বন পৰমানন্দ পদ লাভ।

এই বিষঁযে লিখকবিলাকৰ দাযিত্ব যথেষ্ট। তেওঁলোক একোটা জাতিৰ জ্ঞান-ভাণ্ডাৰৰ অধিকাৰী, বিশ্বজনিন ভাব ৰাশিৰ আদান-প্ৰদানৰ মাধ্যমেৰে মানৱ জাতিৰ ঐক্য-সংহতি ৰক্ষা কৰেঁাতা। লিখকসকলে বিশ্ববিশ্ৰুত সাহিত্যিক-সকলৰ ভাবধাৰাৰ মৌ-কোঁহ সৃষ্টি কৰি নিজ সাহিত্য সংস্কৃতি আৰু মধুময় কৰি তোলা উচিত। এজন সাহিত্যিকে আন্তৰ্জ্জাতিক দুই এক ভাষা জনা উচিত। তেতিয়া তেওঁ নিজ সাহিত্য পৰিপুষ্ট কৰিবলৈ বিশ্ববিশ্ৰুত মনিষীসকলৰ জ্ঞান-ভাণ্ডাৰৰ পৰা বাছকবনীয়া সাহিত্যৰ ৰস আনি নিজ ভাষাত, ৰুচিত সাহিত্য আৰু ৰসাল কৰি তুলিব পাৰিব। আন্তৰ্জ্জাতিক কৃষ্টি-কলা-সংস্কৃতিৰ আদান-প্ৰদানে যিটো আন্তৰ্জ্জাতিক ঐক্য-সংহতি স্থাপন কৰিবলৈ সমৰ্থ হ'ব, ৰাজনৈতিক ঐক্য-সংহতিযে তাৰ দহ ভাগৰ এভাগ মানহে পাৰিব। কলমৰ চোক তৰোৱালতকৈ বেছি সঁচা, কিন্তু তাৰ ব্যৱহাৰ হ'ব লাগিব ক্ষুৰৰ দৰে। ক্ষুৰৰ ধাৰৰ কাম গালৰ দাড়িসোপা ক্ষুৰাই মুখখন গঢ়িত কৰি তোলা, টেটুত ৰেপ দিযা কাম ক্ষুৰৰ নহয়। দুৰ্ব্বল মনে বা অসৎজনে ক্ষুৰেৰে তেনে বেযা কাম কৰিব পাৰে, সেইবাবে ক্ষুৰৰ তীক্ষ্ণ ধাৰ বটালিৰ মুখৰ হ'ব নোৱাৰে। তেনে ক্ষুৰে দাড়িৰ লগতে গালৰ ছালো নিব, তেজো উলিযাব। সাহিত্যতো এই কথা খাটে। মৌযে মৌকণ কটিয়াওঁতে ফুলনি, গেৰেকণি একো নেৰাছে। কিন্তু মৌচাক ছেপিলে বিশুদ্ধ মৌহে ওলায়। দেৱতাকো তাৰে মধুপৰ্ক দিযা যায়।

সাগৰ মন্থন কৰোঁতে অমৃত আৰু গৰল দুয়ো বিধ বস্তু ওলাল। কিন্তু অমৃত-খিনি পান কৰি দেৱতাসকল অমৰ হ'ল আৰু গৰল ভক্ষণ কৰি অসুৰ-সকল আসুৰিক প্ৰকৃতিৰেই থাকিল।

৭৪। অসমৰ যিসকল তৰুণ, উদীয়মান বিখ্যাত লিখক, কবি আৰু সাম্বাদিকে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে বৰঙণি যোগাইছে, অথচ দুখীয়া, তেওঁলোকক অসম চৰকাৰে কেনেকুৱা সা-সুবিধা দিব লাগে ?

তেওঁলোকে নিশ্চয় সা-সুবিধা পোৱা উচিত। "দাৰিদ্ৰ দোষো গুণৰাশি-নাশী" আজিও সঁচা। এই সুবিধা দিবলৈ স্বকীয়া এটা "ফাণ্ড" চৰকাৰৰ ঘৰত ৰাখিলে নিয়ম-কানুন কৰি অৱস্থা আৰু প্ৰয়োজন অনুসৰি সাহায্য দিব লাগে। চৰকাৰে ল'টৰী খেলা টকাৰ পৰা এনেবিলাক ৱেলফেযাৰ কামত খৰছ কৰা উচিত।

### ঃ ভাষা, সভ্যতা আৰু অসমীয়া ভাষা ঃ

৭৫। অসমীযা ভাষাৰ মাধ্যম, অসমীযা সভ্যতা আৰু সাংস্কৃতিক বচাই ৰখাৰ কাৰণে অসমীযা ৰাইজক অসমত এটা Cultural Revolution আনিব লাগিব—এই কথাষাৰ আপুনি বিশ্বাস কৰেনে ?

আজি-কালি একোটা ধ্বনিৰ যুগ। এটা জাতিৰ ভাষা, সাহিত্য, সংস্কৃতি মনোৰাজ্যৰ সুখ-অনুভূতিৰ সমষ্টি। মানুহৰ অঙ্গ-প্ৰত্যঙ্গবিলাক সদায বৰ্দ্ধিষ্ণু, আপোনা আপুনি বাঢি গৈ থাকে জাতিৰ "সংস্কৃতি"তো সেই কথা খাটে। মানুহৰ চিন্তাধাৰা সদায বোৱঁতী নৈৰ দৰে। ক ৰবাত ধাৰ ছিগিলেই একোখন অস্বাস্থ্যকৰ গেলেপা বিল হৈ উঠে। গতিকে নৈৰ দৰে মানুহৰ ভাষা সংস্কৃতিৰ চিন্তাধাৰা ক'তো ছিগিবলৈ দিযা উচিত নহয। সেই দৃষ্টিভঙ্গীৰে চালে, অসমৰ কিয, ভাৰতৰ ভাষা, সাহিত্য, সংস্কৃতিৰ তথাকথিত সাংস্কৃতিক বিপ্লৱ (**Cultural Revolution**) ভাৰতীয আদৰ্শমুখী কৰি, পাশ্চাত্য সংস্কৃতিযে পাছে পাছে পাছ বল হৈ আগবাঢিবৰ সময হৈছে বুলি ভাবো। অৰ্থাৎ

ভাৰতীয় "মনিষাই" এদিন "জড়" জগতৰ "জড়ত্ব" বৰ্ত্তমান বৈজ্ঞানিক যুগৰ ৰঞ্জন ৰশ্মিয়ে স্থুল পদাৰ্থ ভেদি দেখা দৰে, যি আধ্যাত্মিক "ৰঞ্জন" ৰশ্মিৰে এক চৈতন্য "মহাবস্তু" দেখা পাইছিল, তাতেই জড়ৰ জড়ত্ব লীন হৈ থকা দেখিছিল। এয়ে মানৱ জাতিৰ চৈতন্যলোক, চিত্তৰ পৰমানন্দ, প্ৰাণৰ অমৰত্ব, গীতাৰ "দুষ্কৃতিৰ বিনাশ" "ধৰ্ম্ম" বা ধৃতি বা সংস্কৃতিৰ যুগে যুগে "অভ্যুত্থান" বা বিকাশ। নলডাল মৰাৰ লগে লগেই গজালিটোত পুনৰ্জন্মৰ প্ৰাকৃতিক ব্যৱস্থা। গতিকে অতীত, বৰ্ত্তমান, ভৱিষ্যতৰ ত্ৰিকালজ্ঞ বৰ্ত্তমান যুগৰ ঋষি মহামানৱ মহাত্মাৰ সৰ্ব্বধৰ্ম্ম সমন্বয়ী "মানৱ ধৰ্ম্ম" প্ৰৱৰ্ত্তন, আত্মবলৰ ওচৰত আনবিক শক্তিৰ পৰাভৱৰ সময় আহিছে বুলি বিশ্বমনিষাৰ অমোঘ বাণীযন্ত্ৰৰ ঘৰ্ঘৰণিত জগতৰ বধিৰ কাণে লাহে লাহে শুনিব পৰা হৈ আহিছে—মুক্ত, উদাৰ, বিশুদ্ধ বায়ুৰ, অনন্ত বিস্তৃতিৰ অফুৰন্ত জ্যোতিৰ আকাশ কল-কাৰখানাৰ দূষিত ধোঁৱাই আৰু বেছি দিন "মেঘাচ্ছন্ন" কৰি ৰাখিব নোৱাৰিব যে ই দিন যেন পোহৰ হৈ থকা কথা। আমি যাক "মনিষাৰ যুগ" বুলি ক'ব খুজিছো, তাকেই যি নামাকৰণ কৰিব খোজে কৰিব পাৰে। মুঠতে সেই "Revolution" বাণী মন্দিৰ জ্বলোৱা, যুগ-মনীষীসকলৰ প্ৰতিমূৰ্ত্তি ভঙ্গা, যুগযুগান্তৰৰ বাতৰি দিওঁতা পুথি ভঁৰালবিলাক ভস্মীভূত কৰা, বৰ্ত্তমানৰ "গুৰুকুল" নিৰ্ম্মূল কৰা, পৱিত্ৰ জ্ঞানৰ অপৱিত্ৰ ব্যৱহাৰ কৰা তথাকথিত "বিপ্লৱ" হ'ব নোৱাৰে। "সাংস্কৃতিক বিপ্লৱ" যথাৰ্থতে সংস্কাৰহে, সদায় সংস্কাৰমুখী, পৱিত্ৰতাৰ ব্যৱস্থাহে। এজন শিল্পীয়ে তেওঁৰ অঙ্কনত তুলিকা বুলাই আৰু ক'ৰবাত যেন তুলিকা বুলুৱা নহল, এনে অতৃপ্ত অনুভূতিতেই "সাংস্কৃতিক বিপ্লৱ" যাক বোধহয় "Cultural Revolution" বোলা হৈছে—বীজ সোমাই আছে। গতিকে সি নিৰন্তৰে হোৱা স্বাভাৱিক "Evolution"ৰ কথাহে। তাত ৰাজনৈতিক বিপ্লৱৰ কোনো প্ৰকাৰ ধ্বংসাত্মক উদ্দেশ্য থাকিব নোৱাৰে। মুঠতে সংৰক্ষণ আৰু সংস্কাৰৰ মাজতেই বিশ্ব মনিষাৰ সৃজনী শক্তি সঞ্জীৱিত হৈ মনোৰাজ্যৰ বিস্তৃতি বঢ়াই গৈ আছে।

৭৬। অসমত বসবাস কৰা অনা-অসমীয়া মানুহবিলাকে অসমৰ উন্নতিৰ কাৰণে কি ধৰণৰ ভূমিকা লোৱা উচিত বুলি আপুনি ভাবে?

আজি অসমৰ উন্নতিৰ কাৰণে যিসকলে সকলো ক্ষেত্ৰতে নেতৃত্ব কৰিছে,

তেওঁলোকৰ আদি পুৰুষ প্ৰায়েই অনা-অসমীয়া আছিল। ইযাত বিযা-বাৰু কৰাই যি দৰে অসমীযা সমাজত জাহ গ'ল, হাডে-হিমজুৰে অসমীযা ভাবাপন্ন হৈ পৰিল, এতিয়াও "নান্য পন্থাঃ"। তাৰ বাবে আদিতে অনা-অসমীয়া, এতিযা খাটি অসমীযা বুলি পৰিচয দিযা সকলে, বৰ্ত্তমানৰ বহিৰাগত অনা-অসমীযাকো সেইদৰে ৰক্তসংমিশ্ৰনৰ স্বাভাৱিক মিলন ক্ষেত্ৰলৈ আনি, তেওঁ-লোককো সেই ভাবাপন্ন কৰি তোলা উচিত হ'ব। দেশৰ আইনেও চৰ্ত্তসাপেক্ষে তেওঁলোকক সমান নাগৰিকৰ শাৰীলৈ আনি "থলুৱা অসমীযা" শ্ৰেণীভুক্ত কৰি লোৱা সমীচীন হ'ব। কেৱল ৰাজনৈতিক অধিকাৰে তেওঁলোকক অসমীযা সমাজত সমান অধিকাৰ কেতিযাও দিব নোৱাৰিব। তাত সংঘৰ্ষৰ স্থল হে বহল হৈ আহিবৰ সম্ভাৱনা। এই কাম উভযৰে সাংস্কৃতিক আদান-প্ৰদান, অৰ্থহীন "জাতৰ" পোকে খোৱা দাঁত উঘালি, মুখৰ দুৰ্গন্ধ দূৰ কৰি, একে আহাৰ পানী হজম কৰি উভযৰ "জোৰা কলম" গছৰ আৰু সুস্বাদু ফল ভোগ কৰিবলৈ উভযে এতিযা আগবাঢি অহা উচিত। এই কামত উভযে উভযৰ চকুলৈ "মৰম"ৰ চোৱা উচিত। উভযে উভযক কেৰাকৈ চালে নচলিব।

৭৭। "কেৱল অসমত বসবাসকাৰী বিভিন্ন সম্প্ৰদায়ৰ মাজত নহয, ভাৰতৰ প্ৰতিজন মানুহৰ জাতি, ধৰ্ম্ম, ভাষা বাদ দি প্ৰথমে নিজক ভাৰতীয বুলি ভবা উচিত কৰ্ত্তব্য হ'ব লাগে আজিৰ যুগত"—এই উক্তিৰ সত্যতা সম্বন্ধে আপোনাৰ কিবা সন্দেহ আছেনে?

এই উক্তিৰ যুক্তিবিলাক সঁচা আৰু জাতি, ধৰ্ম্ম ভাষাযো বিভিন্নতা সত্ত্বেও বাধা দিব নোৱাৰে। কিন্তু সাম্প্ৰদাযিক মনোভাব আৰু মহাপাপী "জাতৰ" ঘৃণনীয আচৰণে "ভাৰতীয" নামৰেই কলঙ্ক আনিছে। আজিৰ এই বৈজ্ঞানিক যুগত "চতুৰ্বৰ্ণ মযা সৃষ্টঃ" এযে ব্ৰহ্মাৰ মুখৰ কথা বুলি ফাঁকি দিবৰ দিন নাই। এই শ্ৰেণী বিভাগ যে গুণকৰ্ম্ম অনুসৰি সেই ফাকি বচন বাদ দি কলে নচলিব। আজি-কালি "জনতাৰ যুগত" তথাকথিত "জাত" মাত্ৰ দুবিধ হ'ব পাৰে—শিক্ষিত আৰু অশিক্ষিত। থকা-মেলা, আচাৰ-বিচাৰ, শিক্ষা-শিষ্টাচাৰ আদি উচ্চ গুণৰ অধিকাৰী সমপৰ্য্যাযৰ লোকৰ মাজত "বৰ্ণভেদ" থকাৰ দিন নাই, মাজত আঁচ এডাল মাৰি বহা-মেলা, খোৱা-লোৱাৰ দিন উকলিল। গতিকে,

"জাতক" আগধৰি "জাত্যান্তৰ" নকৰিলে, মুখেৰে আমি ভাৰতীয় বুলি আত্মপ্ৰৱঞ্চনা কৰাৰ বাহিৰে তাত কোনো মৌলিক "সত্যতা" আছে বুলি নাভাবো। সিও আন এবিধ শঠতা। উচ্চ পৰ্য্যায়ৰ তথাকথিত সকলো "বৰ্ণ"ৰ শিক্ষিত সমাজে 'জাত-পাত-তোড়ক" আদৰ্শ টোপনিতো আগত ৰাখি কাৰ্য্যস্থলত আচৰণ কৰি দেখুৱালে সেই দৃষ্টান্তই সমাজত যিটো ঢল আনিব, তাত "জাত-পাত" কেনিবাদি উটি যাব। মহাত্মাৰ "স্বাধীন ভাৰতৰ" প্ৰকৃত মুক্তি সেই দিনাহে হ'ব। আৰু সেযে যি দিনাই হ'ব ভাৰতৰ সৰ্ব্ববিধ "শক্তি" দহ গুণে বাঢ়ি উঠিব, জগতক মৈত্ৰী, সাম্য, কৰুণাৰ পথ প্ৰদৰ্শক হ'ব, কাল্পনিক বেহেস্ত বৈকুণ্ঠ বাস্তৱ হৈ নেদেখাজনৰ "বিশ্বৰূপ" দেখুৱাব। মহাত্মাৰ সৰ্ব্বধৰ্ম্ম সমন্বয়ী "মানৱ ধৰ্ম্ম" নামঘৰ, মঠ-মন্দিৰ, মচজিদ-গীৰ্জাত প্ৰতিষ্ঠাপিত হ'ব।

৭৮। বৰ্ত্তমান কিছুমান মানুহে অসমৰ বিশ্ববিদ্যালয়বিলাকত অসমীয়া ভাষাত "ৰিচাৰ্ছ" কৰিব লাগে বুলি অভিমত প্ৰকাশ কৰে। এই বিষয়ে আপোনাৰ মত কি?

ৰিচাৰ্ছ বা গৱেষণাৰ মাজত পোৱা সম্পদৰাশি আন্তৰ্জ্জাতিক জ্ঞান ভাণ্ডাৰ চহকী কৰিব পৰা সম্পদো হ'ব পাৰে। গতিকে, তাক "আন্তৰ্জাতিক জহৰীযেও" পৰীক্ষা কৰিব পৰা হ'ব লাগিব। যদি সেযে হয় তাক এটা আন্তৰ্জ্জাতিক ভাষাত প্ৰকাশ কৰিলে তাৰ প্ৰকৃত মূল্য নিৰ্দ্ধাৰণ হ'ব। কিন্তু অসমীয়া কিয় সকলো ভাষাৰেই ৰিচাৰ্ছ বা গৱেষণা হোৱা উচিত। যোৰহাটৰ কৃষি বিদ্যালযে যোৰহাটত উৎপন্ন হোৱা ধানবিলাকৰ গৱেষণা নকৰি, বৰ্ম্মা-থাইলেণ্ডৰ ধানৰ গৱেষণা কৰিবলৈ যোৱাটো অস্বাভাৱিক, নিজৰ মাটিক নুস্বজা কথাও হ'ব পাৰে।

৭৯। অসমৰ সকলো চৰকাৰী বে-চৰকাৰী অফিচ-আদালত, স্কুল-কলেজ আৰু বিশ্ববিদ্যালয়ত অসমীয়া ভাষাক চৰকাৰী ভাষা হিচাবে স্বীকৃতি দিব লাগে আৰু কাম-কাজ অসমীয়া ভাষাত চলাব লাগে বুলি আপুনি ভাবেনে কি?

ভবাৰ কথাই নহয়। মানুহে যিটো মাতৃভাষা এৰি স্বপ্নতো কথা-বতৰা পাতিব নোৱাৰে, দিঠকত তাৰ প্ৰচলন নহৈ কি হ'ব পাৰে? ঠাই গুণে শইস

আৰু শইস গুণে ঠাই হোৱা যিদৰে উচিত আৰু স্বাভাৱিক এখন দেশৰ ভাষা আৰু সংস্কৃতিৰ বিষয়েও একে কথাই খাটে। তাত বাহিৰৰ "জোৱা কলম" হ'ব পাৰে, কিন্তু ৰঘুমলাৰ ঠাই নাই। আজি লণ্ডন, পেৰিচ, নিউইয়ৰ্ক বা মস্কোত আন আন দেশৰ নিজ নিজ ৰাজধানীত থকা খিলঞ্জীয়া লোকৰ সমানেই প্ৰায় সেই সেই দেশৰ লোক আছে। সেই বুলি তাত "দ্বৈ-ভাষিক" "ত্ৰৈ-ভাষিক" এই বিলাক "সূত্ৰৰ" কোনো শুং-সূত্ৰই নাই। ইংৰাজী, ফৰাচী, ৰাচিযান ভাষাই সেই সেই ঠাইৰ একমাত্ৰ "ৰাজ্য ভাষা।" ভাৰততো পূৰ্ণ পৰ্য্যাযত সেই নীতি গ্ৰহণ কৰিলে এতিযাৰ ভাষাতঙ্ক বা ভাষাৰ আৱঁৰীযা ৰোগ আৰ্তৰিব। প্ৰতি দহ বছৰৰ অন্তৰে কৰা "মানুহ পিযলে" সংখ্যা বৃদ্ধি বা হ্ৰাস হোৱা কথাৰ ভেটিত এখন দেশৰ ভাষা সংস্কৃতিও এৰা বা ধৰা কৰিব নোৱাৰে। ভাষা-সংস্কৃতিৰ ধৰ্ম্মান্তৰ নাই। অন্য দেশৰ ভাষা-সংস্কৃতিক নিজ "ধৰ্ম্মত" দীক্ষাহে দিযে।

এই মূল তত্ত্বলৈ চাই ভাৰতৰ মৌলিক ভাষা সংস্কৃতি প্ৰত্যেকখন প্ৰদেশ বা বৰ্ত্তমানৰ ৰাজ্যত বেলেগ। ইযাৰ খাজ নলৰোৱাকৈ অন্য ভাষা সংস্কৃতিৰ পৰা তুপদ বস্তু আনি ইযাৰ সৌন্দৰ্য্য বঢাব পাৰে আৰু বঢোৱাতো উচিত। তেনে কাৰু কাৰ্য্যই আগৰ হৰ্ম্ম্য অট্টালিকাৰ আৰু সৌন্দৰ্য্য বঢাবহে। কিন্তু বৰ্ত্তমানৰ বিৰাট অভ্ৰভেদী অট্টালিকা তাজমহলৰ চতুৰ্দ্দিশে, মূৰ দাঙ্গি উঠাৰ বাবেই তাজমহল ভাঙ্গি সেই আহিত কৰিব লাগিবনে? ভাৰতৰ প্ৰত্যেক ৰাজ্যতে সেই সেই ৰাজ্যৰ ভাষা বহিৰাগত সকলৰ বাবে বাধ্যতামূলক হ'ব লাগিব আৰু স্কুল-কলেজত ভাষা হিচাবে বহিৰাগতসকল'ৰ লৰা-ছোৱালীয়ে শিকিব লাগিব। তেতিযাহে সকলো ভাষা-ভাষীৰ মাজত ক্ৰমে ঐক্য-সংহতিৰ প্ৰেৰণা স্বভাৱতে আহি যাব। এই কাম আইনৰ বলেৰে নহ'ব। প্ৰায একে ৰকমৰ ভাষা—যেনে অসমীযা, বঙলা, উৰিযা ভাষা-ভাষীসকলৰ সাহিত্যিক অনুষ্ঠানবিলাকত এই তিনিও ভাষাৰ সাহিত্যিকসকলে চৰ্চ্চা কৰিলে তাৰ প্ৰভাৱ অতি সোনকালে বিস্তাৰ হ'ব। সেইদৰে দাক্ষিণাত্যৰ ওচৰ-চুবুৰীযা ভাষাতো খাটিব। তদুপৰি উত্তৰ ভাৰতৰ ভাষা-ভাষীসকলে দক্ষিণ ভাৰতৰ কোনো এটা ভাষা শিকা উচিত। তেতিযা হিন্দী ৰাষ্ট্ৰ ভাষায়ো সহজে শিপাব পাৰিব। এই সকলো কাম ভাষাবিদসকলৰ অধিকাৰৰ বিষয, ৰাজনৈতিক কমাৰসকলৰ হাতুৰিৰ কোবে গঢ়ি তোলা দা-কটাৰীৰ দৰে নহয।

৮০। **অসমীয়া চিনেমা, নাটক, সাহিত্য আৰু সংস্কৃতিৰ প্ৰচাৰৰ কাৰণে বিশেষকৈ অসমীয়া চিনেমা শিল্পৰ কলা-কৌশলী, প্ৰযোজক আৰু নিৰ্দ্দেশকসকলক আপুনি কি উপদেশ দিয়ে? বৰ্ত্তমানে চলি থকা হিন্দী চিনেমাৰ কু-প্ৰভাৱৰ পৰা আঁতৰি থাকি সমাজৰ মঙ্গলৰ কাৰণে কি ধৰণৰ অসমীয়া ছবি চিত্ৰিত কৰিব লাগে বুলি আপুনি ভাবে? এই বিষয়ে অসমীয়া ৰাইজে কি ভূমিকা ল'ব লাগে?**

এইটো একে উশাহতে উত্তৰ দিব পৰা প্ৰশ্ন নহয়। সাহিত্য আৰু সুকুমাৰ-কলা সদায় সকলো দেশতে উদ্দেশ্য-ধৰ্ম্মী। পৃথিৱীতেই মনোৰাজ্যৰ "অপাৰ্থিব" সম্পদ-সম্ভোগৰ অনিৰ্ব্বচনীয় আনন্দ বিহাৰ। গতিকে প্ৰথমতে স্বীকাৰ কৰিব লাগিব, ই ক্ষয়শীল "দেহাৰ বেহা'' নহয়। দ্বিতীয়তে "মোৰ দেহা" বোলা "মই'' ন্যো কোন যুগযুগান্তৰ ধৰি এই "মই''ৰ আধ্যাত্মিক গবেষণাগাৰৰ বস্তু হৈ আহিছে, এই আত্মপ্ৰত্যয মনত জন্মিব লাগিব। "গবেষণা'' সন্ধানৰ বস্তু। এই সন্ধানত সন্ধান নাপালেও তাৰ অস্তিত্ব স্বীকাৰ কৰা হৈছে। এই সূক্ষ্ম বিচাৰ আৰু তাতোকৈ সূক্ষ্মতৰ অনুভূতিযেই সাহিত্য সুকুমাৰকলাৰ মানৱীয় সমান্তৰাল সৃষ্টি। ক্ষয়শীল জগতৰ এযে "অক্ষয ভাণ্ডাৰ''। জগন্নাথৰ প্ৰসাদ যিমানেই বিলোৱা নহওক তাৰ শেষ নাই। এনে এটি নিষ্ঠাৰ বস্তু হাটে-বজাৰে লৈ ফুৰা, বেচা-কিনা বিধৰ কেতিয়াও হ'ব নোৱাৰে। এইদৰে বিচাৰ কৰাৰ যদি যুক্তি আছে বৰ্ত্তমানৰ চিনেমা জগতত (**Film world**) যিবিলাক "বিবাহ আৰু বিচ্ছেদ'' দৈনন্দিন ব্যাপাৰ হৈ উঠিছে, তাত আচৰিত হ'বলগীয়া একো নাই। দৰ্শকৰ ৰুচি বিকাৰে সামাজিক অজীৰ্ণতা ৰোগ সৃষ্টি কৰিছে।

বৰ্ত্তমান সময়ত বিজ্ঞানে সুকুমাৰকলাকো হাতৰ মুঠিলৈ আনিছে। (**Art has been scienced**) গতিকে চিনেমাৰ দৃশ্যবিলাকত মানৱীয় পৰশ (**human touch**) থাকিব নোৱাৰে। আদিম মানুহৰ সুকুমাৰকলাৰ অনুভূতিত (**Art sense**) নৃত্য, গীত, বাদ্যত অঙ্গ-প্ৰত্যঙ্গৰ উত্তেজনাই মুখ্য স্থান লৈছিল যদিও, তাতো সূক্ষ্ম অনুভূতিবিলাকৰ ইঙ্গিতক হে দেখিবলৈ পোৱা যায়। ক্ৰমে সেযে জনতাৰ যাত্ৰা-ভাওনাত পৰিণত হয। তাৰো ক্ৰমোন্নতি হৈ ৰঙ্গমঞ্চৰ পটভূমিত নাটকীয প্ৰকাশ ভঙ্গীৰে বাস্তৱ ৰূপ পৰিগ্ৰহণ কৰে। নাট্যসম্ৰাট

গিৰীশ ঘোষৰ ৰঙ্গমঞ্চত যেতিয়া স্ত্রী-পুৰুষে ভাৰবীযাৰ ভাও লৈ ওলায, তেতিয়া বাৰাঙ্গণা সকলেও যেতিয়া সীতা-সাবিত্রীৰ ভাও লয়, তেতিয়া প্রকৃত সীতা-সাবিত্রীযেই যেন ওলাইছে মনত সেই ভাবেই থিত দিযে। এই ৰঙ্গমঞ্চই ঠাকুৰ পৰিয়ালত আৰু উচ্চ স্থান অধিকাৰ কৰে। তেতিয়া ৰঙ্গমঞ্চ সম্ভ্রান্ত পৰিয়াল বিলাকৰ উচ্চ-স্তৰৰ সামাজিক আমোদ-প্রমোদৰ স্থল হৈ পৰে। যি একোটা উৎসৱ বা আযোজনত ৰবীন্দ্রনাথে নিজে এটা গান গাব বা ভাও ল'ব, তাত অতি ওপ খাপৰ দৰ্শকেও চাবলৈ সুবিধা পোৱা টান হৈ পৰে। ৰবীন্দ্রনাথ তেতিয়া বাল্মিকীৰ ভাও লোৱা লোক হৈ নাথাকে। স্বযং বাল্মিকীযে নিজে নিজৰ ৰূপ লৈ কথা কয। যন্ত্রৰ মন্ত্রত মুগ্ধ হোৱা যুগত তেনে ৰঙ্গমঞ্চ আজি উদং হৈ পৰিছে। চিনেমাৰ "চুম্বনে" "চিনেমা হললৈ" দৰ্শকৰ সোঁত বোৱাই দিযে। নৰ্ত্তকীসকলৰ শৰীৰৰ আভৰণ উৰুৱাই নিযা উলঙ্গ নৃত্য দৰ্শকে লগত লৈ আহে, টোপনিতো সেই নৃত্য উপভোগ কৰে। মুঠতে বৰ্ত্তমানৰ 'চিনেমা হল' কচি বিকাৰৰ স্থল হৈ উঠিছে। ফিল্ম জগততো এতিয়া এক নৈতিক বিপ্লৱ অনাৰ সময উপস্থিত বুলি ভাবোঁ।

এতিয়া অসমীযা, বঙালী, হিন্দী "ফিল্মৰ" স্বকীযা প্রশ্ন আৰু সমস্যাৰ কথা নাই। সকলো বিধ "ফিল্মতে" কলাৰ উদ্দেশ্য (Art motive) লোপ পাই আহিছে। "তাৰকা" সকল খহি পৰিবলৈ ধৰিছে। এওঁলোকৰ হাতত সুকুমাৰকলা ধনৰ থৈলা হৈ পৰিছে। গতিকে "চিনেমা" বৰ্ত্তমান সমযত সমাজৰ "এনিমিযা" ৰোগ বুলিব পাৰি। "মদন মঞ্জৰীযেও" এই ৰোগৰ উপশম কৰাব নোৱাৰে। ইযাক আকৌ আমাৰ দেশৰ হাৱা-পানীক সুজাকৈ ভাৰতীয কলা সংস্কৃতি, নৈতিক পৰিৱেশৰ অনুকূলে যোৱাকৈ আমাৰ সমাজৰ নাড়ী পৰীক্ষা কৰি, অনুপান ভেদে চৰক সুশ্রুতৰ দিনৰ পৰা চলি অহা মকৰধ্বজৰ একো পালিযেহে সুজিব।

এই সন্দৰ্ভত আৰু এটা প্রশ্ন কৰা হৈছে "অসমীযা চিনেমা শিল্পৰ কলা-কুশলী, প্রযোজক আৰু নিৰ্দ্দেশকসকলক আপুনি কি উপদেশ দিযে" ? ই আৰু জটিল প্রশ্ন। এই কথা ঠিক, এখন নাটক বা ফিল্মৰ সাফল্য ৰচনা কৰোঁতা সকলৰ কলা-কৌশল স্বাভাৱিক পটভূমি, অভিনয কৰোঁতা, অভিনয়কাৰী সকলৰ প্রসাধন কৌশল, ৰসগ্রাহী দৰ্শক শ্রেণী—এই সকলো বিলাকৰ সহযোগী মনোভাৱৰ ওপৰত নিৰ্ভৰ কৰে। যিটো বস্তু মানুহৰ সূক্ষ্ম অনুভূতি বা আত্ম-প্রকাশৰ মাধ্যম, সি যন্ত্র নিযন্ত্রিত হ'ব নোৱাৰে, যন্ত্র মাত্র সহায়ক হ'ব পাৰে।

হৃদয়তন্ত্ৰীত সুৰ বাজি উঠিলেহে, বীণাত সেযে ঝঙ্কাৰিত হৈ উঠে। ঐক্যতান বাদন যন্ত্ৰপাতিবিলাকত নাই, কলাবিদসকলৰ কাণত, প্ৰাণত সুৰ-সঙ্কাৰত আছে। গতিকে কলাবিদসকলৰ অঙ্গ-প্ৰত্যঙ্গ পৰ্য্যন্ত কলাময় হৈ উঠা দৰকাৰ। কলাগুৰুসকল যথাৰ্থতে ধৰ্ম্মগুৰুৰ দৰে বাহিৰে ভিতৰে সংযমী-শুদ্ধাচাৰী আধ্যাত্মিক ভাৰত ছয় ৰাগ ছয়ত্ৰিশ ৰাগিণীৰ প্ৰসৱিনী বাগ্দেবী-বীণাপাণিৰ একনিষ্ঠ সাত্বিক সেৱক হ'ব লাগিব। অসমত মহাপুৰুষ শঙ্কৰদেৱে এইবাবেই গীত মাত নাট বাদ্য যন্ত্ৰ ধৰ্ম্মৰ আনুষঙ্গিক পৱিত্ৰ বস্তু কৰি তুলি থৈ গ'ল। সত্ৰাদি ধৰ্ম্মানুষ্ঠানবিলাকত ভাওনা আদি মহোৎসৱবিলাকত এই কথা অনুভৱ কৰিব পাৰি। ধৰ্ম্মনীতি সদাচাৰৰ পৰিৱেশতহে "নাট মেলে''—হাটে-বজাৰে নহয়। আমি নিজে বুজা দৰে ক'বলৈ হ'লে বৰ্ত্তমান সময়ত "ফিল্ম" জগতত এই আদৰ্শ আগত ৰাখি চলা কলা-কুশলী, প্ৰযোজক আৰু নিৰ্দেশক বিৰল বুলি ক'ব লাগিব। এজন সুদক্ষ ফটোগ্ৰাফাৰে ফটো ল'বলৈ নিজে ইফাল সিফাল কৰিব নোৱাৰা কেমেৰা বা ফটো যন্ত্ৰটো বহুওৱাত কিমান মনোযোগ দিব লাগে, সেই কথা ভাবি চালেই ফিল্ম প্ৰযোজক বা নিৰ্দেশকসকল কিমানদূৰ নিৰুদ্বেগ চিত্তৰ লোক হ'ব লাগিব, নিজক কিমানদূৰ সংযম চিত্ত কৰি এক শান্ত স্নিগ্ধ পৰিৱেশ সৃষ্টি কৰি নিজ কল্পনাৰ চিত্ৰ সঞ্জীৱিত কৰি তুলিব লাগিব তাৰ বাবে একাগ্ৰতা সাধনাৰ দৰকাৰ। এই চিত্ৰৰ লগত নিজৰ ব্যক্তিগত জীৱন লীন কৰি দিব লাগিব। এইবিলাক কাম কিমান দুৰূহ তাক সহজেই অনুমান কৰিব পাৰি। বৰ্ত্তমান ব্যৱসায় বুদ্ধিত ঘাইকৈ পৰিচালিত, সামাজিক কুৰুচিৰ পৰিপোষক, আনহাতে তাৰ স্ৰষ্টাও ফিল্ম জগতত আদৰ্শ-মুখী প্ৰযোজক বা নিৰ্দেশক হ'ব পাৰে নে নোৱাৰে অলপ চিন্তা কৰি চালেই হ'ব।

অসমত চিনেমাৰ মাত্ৰ জন্ম হৈছে। গতিকে গুৰি ধৰোঁতাসকলে ওপৰত উল্লেখ কৰা সমাজৰ দৃষ্টিত সমাজত খাপ খোৱা শিক্ষাপ্ৰদ অসমীয়া ঠাচত ধৰ্ম্ম অৰ্থাৎ নৈতিক পৰিৱেশত প্ৰযোজক আৰু নিৰ্দেশকসকলে ব্যক্তিগত জীৱনত সম্পূৰ্ণ কলাগুৰুৰ পৱিত্ৰ আসন গ্ৰহণ কৰি আত্মস্থ হৈ পৰিকল্পনা কৰিলেহে আত্ম-অনুভূতিৰ বস্তু এই চলন্ত চিত্ৰকলাক প্ৰকৃত প্ৰাণৱন্ত কৰি তুলিব পাৰিব। মাতৃদেৱীৰ নগ্ন আদৰ্শত "ৰেফেলে" যিদৰে "মেডেনা" মূৰ্ত্তি কাটিছিল, কলাবিদ সকলৰ সেই অন্তৰ্দ্দৃষ্টিভঙ্গী হ'ব লাগিব। নিজৰ অস্তিত্বকো পাহৰি নিজ কল্পনা প্ৰসূত অনুভূতিবিলাকক বাস্তৱ জগতলৈ ৰূপায়িত কৰি তুলিব লাগিব। ই সহজ সাধ্য কাম নহয়। আজন্ম সাধনাৰ বস্তু। এই বিষয়ে "সোণৰ চকুত"

হাত দি অহা আপোন পাহৰা কলাময়প্ৰাণ প্ৰমথেশ বৰুৱাৰ প্ৰাতঃস্মৰণীয় নাম উল্লেখযোগ্য।

এই বিষয়ে আৰু বহলাই আলোচনা নকৰি আৰু তাৰ অধিকাৰো আমাৰ গাত নাই—ক'ব খোজো বৰ্ত্তমান সময়ত আমাৰ দেশত যিবিলাক ফিল্ম দেখুওৱা হৈছে প্ৰায় বিলাকেই ভাৰতীয় আদৰ্শ আৰু সমাজ ব্যৱস্থাৰ পৰিপন্থী। ডেকা-গাভৰুৰ মাজত যে আজি-কালি অনেক ক্ষেত্ৰত উশৃঙ্খলতা নীতি-বিগৰ্হিত আচৰণ দিনে দিনে বৃদ্ধি পাইছে বুলি সকলোৰে মুখতে এটা অভিযোগ শুনিবলৈ পোৱা যায়, চিনেমাৰ ছবিয়ে এইদৰে বাস্তৱ ৰূপ ল'বলৈ সক্ষম হৈছে। হিন্দী ফিল্মবিলাক যে বিশেষ ভাবে ব্যৱসায় বুদ্ধিত কুৰুচিৰ পৰিপোষক এই কথা নকলেও হ'ব। কিন্তু সকলো ভাষাতে একে কথাই। অসমীয়া ফিল্ম এতিয়াও চালুকীয়া অৱস্থাতে। কুৰুচি-সুৰুচি কোনোটো বিষয়তে সাবালক হৈ উঠা নাই। গতিকে অসমীয়া ফিল্ম প্ৰস্তুত কৰাত যি এটা জাগৰণ হৈছে তাৰ বাবে আৰ্টিষ্টৰ অভাৱ নাই বুলি ভাবোঁ। সেই জাগৰণ যাতে দুপতীযাতে কু ৰুচিৰ কেৰোণ ধৰিবলৈ নিদি ভাৰতীয় তথা অসমীয়া সমাজক সুজাকৈ শিক্ষাপ্ৰদ (Educative) আৰু আমাৰ সমাজৰ আদৰ্শ আৰু নীতি আগত ৰাখি প্ৰস্তুত কৰে আৰু জাতীয় গৱৰ্ণমেণ্টে এই বিষয়ে আশ্বস্ত হৈহে অনুদান দিয়ে আৰু পৃষ্ঠপোষকতা কৰে, ইমানেই বাঞ্ছনীয় বুলি ভাবোঁ।

যিটো বস্তু পাশ্চাত্য দেশৰ পৰা আমদানী হৈছে সেইবিলাক দেশতেই ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীৰ বাবেও সুকীয়া সুকীয়া ফিল্মৰ ব্যৱস্থা আছে। তাত আফ্ৰিকাৰ বাঘ ভালুক সিংহ হাতী আদি ভয়াবহ জন্তু সংক্ৰান্ত ফিল্মবিলাকত সৰু সৰু ল'ৰা-ছোৱালীক যাবলৈ দিয়া নহয়। জানোচা বুকুত ভয় সোমাই যায়। আমাৰ ইয়াত তেনেবিলাক ফিল্ম দেখি সৰু সৰু ল'ৰা ছোৱালীয়ে ভয়ত কান্দিবলৈ ধৰিলে, দৰ্শকৰ দাবীত মাকৰ বুকুত চকু মুদি সোমোৱা ব্যৱস্থা। আমাৰ দেশত মাকেও ল'ৰাক সমাজত চুমা নাখায়। কিন্তু চিনেমাত ডেকা-গাভৰুৱে চুমাত নাকতি চিঙে, তাকে দেখি আমাৰ ডেকা-গাভৰুৱেও তাক সভ্যতাৰ অঙ্গ বুলি ভবা হৈছে। আমাৰ চৰকাৰী বিভাগে নামঞ্জুৰ (Censor) কৰিবলগীয়া ফিল্মকে নাপায়। এনেবিলাক ফিল্মে তেওঁ-লোকৰ চকুতো মোহিনী বাণ মাৰে। নামঞ্জুৰ নকৰাৰ অন্য যিবিলাক কাৰণ থাকে তাৰ উল্লেখ নকৰিলেও হ'ব।

## ঃ জাতীয় একতাবোধৰ বিষয়ে অভিমত ঃ

৮১। বৰ্ত্তমান অৱস্থাত ভাৰতৰ বিভিন্ন ৰাজ্যৰ মাজত, তথা জনসাধাৰণৰ মাজত জাতীয় একতাবোধ (National Integrity) অনাৰ কাৰণে ভাৰত চৰকাৰে কি ধৰণৰ আঁচনি লোৱা উচিত বুলি আপুনি ভাবে ?

এই আঁচনি দলীয় ৰাজনৈতিক প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত হ'ব লাগিব। ভাৰত চিৰকাল প্ৰকৃততে "মহাজাতি"। নেতাজীৰ "মহাজাতি সদন" তাৰে প্ৰতীক বুলি ভাবোঁ। ভাষা সংস্কৃতিযেই তাৰ সুদৃঢ় ভেটি। এই ভাষা সংস্কৃতিও মিশ্ৰিত বিধৰ (of composite character)। এই "মহাজাতিৰ" পালি জাতিবিলাকৰ স্বকীয়া ভাষা সংস্কৃতি হ'লেও, একেডাল গাই শিপাৰ পৰা ওলোৱা পালি শিপা পৰিপুষ্ট। ভাৰতৰ আনটো বৈচিত্ৰ্য হৈছে—ভাৰতলৈ বাহিৰৰ পৰা যেযে আহিছে এক ৰকম "জাত্যান্তৰ" হৈ ভাৰতীয় হৈ পৰিছে। ইংৰাজ জাতিযে তাকে হ'ব নোখোজাত "ভাৰত ত্যাগ" কৰিবলগীয়া হ'ল। তথাপি ইউৰেছিয়ান বা এংলো ইণ্ডিয়ানসকল ভাৰতীয়ই হৈ পৰিছে। যি হওক, আজি ভাৰতত হিন্দু, মুচলমান, খৃষ্টান, বৌদ্ধ, জৈন, শিখৰ ভিতৰতো নানা শাখা-প্ৰশাখাৰ সংস্কৃতিৰ এটি অপূৰ্ব্ব সংমিশ্ৰনত অতৰ্কিতে গঢ়ি উঠা ভাৰতীয় সংস্কৃতি এক ৰকম বিশ্বজনিন হৈ উঠিছে। মহাত্মাৰ সৰ্ব্বধৰ্ম্ম-সমন্বয়ী এই সাংস্কৃতিক ঐক্যকৰণৰ (Synthesis) ভেটিতেই ভাৰতৰ সংহতি সাধন হ'ব। ভাৰতীয় দৰ্শনত বৈচিত্ৰ্যই জীৱনৰ সত্যসত্বা (Varieties are variety of life) এই আঁচনি উপৰোক্ত সকলো ধৰ্ম্মাৱলম্বী লোকৰ মনিষাৰ সম্মিলিত চিন্তা প্ৰসূত হ'ব লাগিব। এই কামত ভাৰতৰ সকলো বিশ্ববিদ্যালয়ৰ মেধা শক্তিৰ এটি সুস্থ, সৱল, আদৰ্শ অনুপ্ৰাণিত কেন্দ্ৰ স্থল গঢ়ি তুলিব লাগিব। সেই নেতৃত্বত লোৱা আঁচনিবিলাকত চৰকাৰে সহযোগ দিয়া আৰু সহায় কৰা কৰ্ত্তব্য।

## ঃ অসমীয়া জাতীয় উৎসৱৰ বিষয়ে অভিমত ঃ

৮২। অসমীয়াৰ জাতীয় উৎসৱ বিহুও আজি-কালি গাওঁে-নগৰে ৰভা আৰু মঞ্চ সাজি বিহু-সন্মিলন পাতে। তাত কিবা নতুন প্ৰেৰণা আছে বুলি আপুনি ভাবেনে?

ই সম্পূর্ণ অনুভূতিৰ সূক্ষ্ম বিচাৰৰ কথা। গতিকে সঠিক উত্তৰ দিয়া টান। কিন্তু এষাৰ কথা ক'ব পাৰি। মানুহৰ নৃত্যগীত, সুকুমাৰকলা "আদিম" মানুহৰেই স্বাভাৱিক উচ্ছ্বাসৰ ক্ৰমবৰ্দ্ধমান (অতৰ্কিতে) পৰিণতি। মানুহ যিমান উচ্চস্তৰলৈ যায়, তাৰ প্ৰকাশভঙ্গী বিলাকো ক্ৰমে মাৰ্জ্জিত হৈ আহে। পাছত একোটা ইঙ্গিতৰ সহায়ত ইন্দ্ৰিয়ক চাঞ্চল্য সৃষ্টি কৰিবলৈ নিদি অতীন্দ্ৰিয় অনুভূতিবিলাকৰ সহায়ত মানস-পটত তাৰ চিত্ৰ দেখি যিটি অনিৰ্ব্বচনীয় আনন্দ উপভোগ কৰে তাতেই দৃশ্যমান উৎসৱ বিলাকৰ সাৰ্থকতা। এই দৃষ্টিভঙ্গীৰে চালে বৰ্ত্তমান বৈজ্ঞানিক যুগৰ নানা ৰকমৰ যন্ত্ৰ-পাতিলৈ ব্যৱসায় বুদ্ধিৰে বিৰাট জনতাৰ মাজত স্বাভাৱিকতে উত্তপ্ত হৈ উঠা পৰিৱেশৰ মাজত মানুহৰ ইন্দ্ৰিয় চাঞ্চল্য শাম কটাব পৰা সুকুমাৰকলাৰ মাধ্যমেৰে অতীন্দ্ৰিয় লোকৰ প্ৰাণত তৃপ্তি দিয়া ব্যৱস্থা বুলি কোৱা টান। এই কথা ঠিক, প্ৰাকৃতিক পৰিৱেশৰ মাজত বিহুৰ গীত-মাত, বাদ্যধ্বনিত যিটো উচ্ছ্বাস প্ৰকাশ পায়, আদি ৰসৰ লগত অন্যান্য ৰসৰ যিটো অপূৰ্ব্ব সংমিশ্ৰন নগৰৰ বা গাঁৱৰ আধুনিক ভাবে গঠিত ৰঙ্গমঞ্চত তেনে সংমিশ্ৰন কাৰ্য্য সুসাঙ্গ কৰা টান। পাশ্চাত্য দেশত আজিও "Folk-Dance" বিলাক আগৰ পটভূমিতেই দেখুওৱা হয়। আমাৰ ইয়াত আগৰ বিহুতলীৰ গীতমাত নৃত্যৰ লগত আধুনিকতাৰ নামত যিবিলাক দৃশ্য দেখুওৱা হয় সেইবিলাক দেশত আৰৈ উখুৱাৰ তেনে সংমিশ্ৰন নকৰে। সাজ-পাৰ প্ৰসাধন যাক "Make-up" বুলি কোৱা হয়, সেই সেই যুগত যেনেদৰে কৰা হৈছিল তেনেকৈহে দেখুৱায়। বিহুৱ ঢুলিয়াই হাফ-পেণ্ট পিন্ধি ঢোল বজোৱাত ঢোলৰ কোবো "হাফ" হৈ পৰে। তেতিয়া নাচনীৰ গা "আধাহে" উধায়। এইদৰে নগৰ বা গাঁৱত, ৰঙ্গমঞ্চত পতা বিহু উৎসৱত আধুনিকতাৰ কিছু ৰহণ দিব পাৰি আৰু দিয়া উচিত, কিন্তু সেয়ে নজনা হাতে বেৰত ছেগা-চোৰো-কাকৈ সনা চূণৰ লেপ হ'ব নালাগে।

## ঃ ক্রমবৰ্দ্ধমান দুৰ্নীতি দমনৰ ব্যৱস্থাৰ বিষয়ে অভিমত ঃ

৮৩। দেশৰ শিক্ষা ব্যৱস্থা, ৰাজনীতি আৰু শাসন ব্যৱস্থা আদিত দুৰ্নীতিয়ে দেখা দিছে। এই ক্রমবৰ্দ্ধমান দুৰ্নীতি দমন কৰাৰ বাবে ৰাইজ আৰু চৰকাৰে যুটীয়া ভাৱে কি ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰা উচিত বুলি আপুনি ভাবে ?

এটা সংক্রামক ৰোগে ব্যাপক ভাৱে দেখা দিলে, সেই অঞ্চলৰ ঘৰে ঘৰে প্ৰতিষেধক বেজী দিয়াৰ ব্যৱস্থাৰ বাহিৰে অন্য ঔষধে কাম নিদিয়ে। সেইদৰে দুৰ্নীতি বীজাণু দেশৰ উচ্চতম নেতৃত্বৰ পৰা আৰম্ভ কৰি গাঁও-পঞ্চায়তলৈকে, ব্যৱসায়-বাণিজ্যত ক্ৰোড়পতিৰ পৰা বিড়ীৱালালৈকে, সমাজৰ নৈতিক আদৰ্শ আৰু আচৰণৰ প্ৰতীক স্বৰূপ শিক্ষানুষ্ঠান বিলাকত, আত্মবিনোদক সাংস্কৃতিক সম্থা বিলাকতো ব্যৱসায় বুদ্ধিৰ কাৰবাৰ, দেশৰ চৰকাৰী, বেচৰকাৰী প্ৰশাসন বিভাগ বিলাকৰ বেৰৰ জেঠীটোৱেও "মুখ মেলি" থকা অৱস্থাত, গুৰু ঘৰেও "টোপোলাটো" চাই আশীৰ্ব্বাদ দিয়া হ'ল য'ত, সাধু-সন্ন্যাসী "ভেশ" ধৰা ব্যৱসায় হৈ পৰিল য'ত, এইদৰে সমাজত দুৰ্নীতিয়ে নেভেজা, উইয়ে এৰিথৈ যোৱা হাফলু এটাও নোহোৱা হ'ল য'ত, তাত ৰাইজ আৰু চৰকাৰে "যুটীয়া ভাৱে" ব্যৱস্থা গ্ৰহণ কৰিবৰ কি উপায় দিম ? এতিয়া সামূহিক ভাৱে প্ৰতি-ষেধক বেজী লোৱাৰ বাহিৰে দুপালি ঔষধৰ কাম হৈ থকা নাই। আমি আন্তৰিক বিশ্বাস কৰো এই কাম এতিয়াও বিশ্ববিদ্যালয বিলাকত শিক্ষাগুৰু শিক্ষাৰ্থীসকলৰ মাজত যি অস্থিৰতা আৰু তলমূৰ কৰিবলগীয়া আচৰণে দেখা দিছে তাৰ মাজতো, শিক্ষক আৰু ছাত্ৰসকলৰ অনুষ্ঠান সমাজসেৱাৰ আদৰ্শমুখী অনুষ্ঠান, মহিলা সমিতি আদি এতিয়াও একেবাৰে আদৰ্শভ্ৰষ্ট নোহোৱা অনুষ্ঠান বিলাকে, সমূহৰ প্ৰচেষ্টাত সমাজ দেহাৰ প্ৰতি লোমকূপ বিষাক্ত কৰি তোলা দুৰ্নীতিৰ বীজাণুৰ প্ৰতিষেধক বেজী হৈ নুঠিলে আন কোনো ব্যৱস্থাৰ পথ আমি দেখা নাই। আমাৰ ৯২ বছৰীয়া জীৱনৰ যোৱা ৬০ বছৰে এই একে বিশ্বাসতে ব্যৰ্থতাৰ মাজতে সাৰ্থকতাৰ হেঁপাহৰ এটি আপুৰুগীয়া আনন্দকে বুকুত বান্ধি নিজৰ স্বাৰ্থজ্ঞানে চলি আহিছো। এই ৬০ বছৰে জানিছো, অৰণ্যত ৰোদন কৰি থাকিম। আজি গুৱাহাটী বা ডিব্ৰুগড় বিশ্ববিদ্যালযে যদি সমাজৰ সকলো প্ৰকাৰ দুৰ্নীতি মূলক আচৰণৰ বিৰুদ্ধে, সামাজিক মনৰ বিপ্লৱ

আনিবলৈ সক্ৰিয়ভাবে এটি কেন্দ্ৰীয় অনুষ্ঠান কৰি আন্তৰিকতাৰে অধ্যাপক আৰু ছাত্ৰৰ অন্ততঃ শতকৰা যাঠিজনৰ মন সেই অনুষ্ঠানত নিযোগ কৰে, তিনি বছৰৰ ভিতৰতে যেতিয়া তেওঁলোকৰ আপাদ মস্তক "নীতি স্নান" কৰি পৰিশুদ্ধ হৈ উঠিব, তেওঁলোকৰ মুখত নহয়, আচৰণৰ প্ৰতি খোজত তাৰ প্ৰভাৱ বিস্তাৰ হ'ব তেতিয়া তেওঁলোকেই আচৰিত হ'ব যে সূৰ্য্যই দিব নোৱাৰা এটি অনিৰ্ব্বাণ পোহৰে তেওঁলোকৰ নালাগে, সমস্ত সমাজৰ অন্তৰ কেনেকৈ পোহৰাই পেলাইছে। এই খিনিতে আমাক যেন কোনোবাই প্ৰশ্ন কৰিছে— "এই দুই বিশ্ববিদ্যালযত সঘনে ঘটি থকা অবাঞ্ছনীয় পৰিৱেশৰ মাজতো নে ?" উত্তৰত ক'ব খোজো—এই পৰিৱেশ তেওঁলোকৰ স্বভাৱজাত বস্তু নহয়। তেওঁ-লোকৰ শিক্ষাযো "আগে চাউল কঠা, পাছে হৰি কথাৰ" চাউল কঠা যে দিব পৰা নাই "চৰকাৰী চাউলেৰে" আধা পেটীয়া হৈ থাকিবলৈকো দুৰ্নীতিৰ ভেকুৰা গোন্ধোৱা চাউল মুঠিহে পায। তেওঁলোকৰ নিজৰ শ্বাস-প্ৰশ্বাসে দূষিত কৰি তোলা পৰিৱেশ নহয। তেওঁলোকৰ অন্তৰ সদায কোমল, ভবিষ্যতৰ কল্পনা সদায উৰ্দ্ধগামী। কিন্তু বযসৰ গুণত বা দোষত অঙ্গ-প্ৰত্যঙ্গ সদায় এটা উত্তেজনা অভিমুখী। এই স্বাভাৱিক "উত্তেজনা" শাম কটাবলৈ আদৰ্শমুখী সমাজসেৱী কোনো এটা নহয কোনো এটা বামত তেওঁলোকৰ ৰাপ বহুৱাই দিব পৰাটোৱেই "Safety Valve"। তেতিয়া ইঞ্জিনটো ধুমকৈ ফুটিবৰ ভয নাথাকে। ছাত্ৰই বা তৰুণ শক্তিযে বিচাৰে ওপৰলৈ "আৰোহণ", তাকে কৰিবলৈ নাপালেহে "আন্দোলনৰ" মহাঘুলীত পৰে। আমি এনে এটা কেন্দ্ৰ গুৱাহাটী বিশ্ববিদ্যালয় বা ডিব্ৰুগড বিশ্ববিদ্যালযে বা কটন কলেজ কেন্দ্ৰীভূত আশে পাশে থকা কলেজ সমূহ আৰু ছাত্ৰসন্থাবিলাকে গোটখাই অধ্যাপক আৰু ছাত্ৰৰ মাজত আৰম্ভণী-তেই দুশ আঢৈশ আদৰ্শ বিশ্বাসী আত্মবিশ্বাসী যন্ত্ৰতকৈ "মানুহক" হে সভ্যতাৰ কেন্দ্ৰ বুলি নিষ্ঠাৰে গ্ৰহণ কৰা "সৰল জীৱন, উচ্চ-চিন্তা"ই আচল মানৱ সভ্যতা বুলি বিশ্বাস কৰা দল এটি গঢ়ি তুলিবলৈ শিক্ষাবিদ আৰু ছাত্ৰ সমাজক সদায চিন্তা কৰি চাবলৈ অনুৰোধ কৰি আহিছো, কিন্তু কাৰো অন্তৰ স্পৰ্শ কৰাকৈ এতিযাও ক'ব পৰা নাই। তেনে এটি অনুষ্ঠান তেওঁলোকে সংকল্প লৈ স্থাপন কৰিলে আমি মাহে তিনিশ টকা সেই সন্থাৰ কাৰ্য্যালয আৰু আঁচনি মতে অধ্যযন চক্ৰ পাতি নিজ জীৱনৰ পৰিৱৰ্ত্তন অনা এদল "মিশ্যনেৰী" সৃষ্টি কৰি কামত, খৰচৰ বাট উলিওৱা দাযিত্ব বহন কৰিবলৈকো কথা দি আহিছো। শিক্ষানুষ্ঠানবিলাকক এবাৰ ইযাৰ অভিমুখী কৰি তুলিব পাৰিলে সি আপোনা-আপুনি চলা যন্ত্ৰৰ দৰে সমাজক নীতিপৰাযণ কৰি তুলিবলৈ সক্ষম হ'ব।

দুৰ্নীতি তেতিয়া তলযুৰ হ'ব। চৰকাৰে এই কাম সমৰ্থন কৰি সহায় কৰা উচিত। কিন্তু, চৰকাৰৰ ওপৰত প্ৰথমেই নিৰ্ভৰ কৰি কাম কৰিবলৈ মন কৰিলে, কৃতকাৰ্য্য হ'ব নোৱাৰিব। চৰকাৰৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ কাম কৰা লোকৰ বা দলৰ লগত এওঁলোকৰ কোনো সাদৃশ্যই থাকিব নোৱাৰে। এওঁ-লোক চৰকাৰ আৰু সমাজৰ ওপৰত নিজ প্ৰভাৱ বিস্তাৰ কৰিব পৰা দলহে হ'ব লাগিব। তেওঁলোকৰ আদৰ্শ আৰু দৃষ্টান্তই চৰকাৰ আৰু সমাজক তেওঁলোকৰ পাছে পাছে যাবলৈ উদগাব। সেয়ে দুৰ্নীতি নিবাৰণৰ একমাত্ৰ পন্থা বুলি ভাবোঁ। তাকে নকৰিলে পৱিত্ৰ জ্ঞানৰ আলয় বিশ্ববিদ্যালযবিলাকেই দুৰ্নীতিৰ কঠীযাতলী হৈ দুৰ্নীতিৰ Supply department বা যোগান বিভাগ হৈ পৰিব। বিশ্ববিদ্যালযৰ শিক্ষাগুৰু আৰু শিক্ষাৰ্থী সকললৈ আমাৰ আন্তৰিক অনুৰোধ, এই বিষযে যেন সমাজ সেৱাৰ নিষ্ঠাৰে, নিজৰো উজ্জ্বল ভৱিষ্যত গঢ়ি তুলিবলৈ এবাৰ দকৈ চিন্তা কৰি চায। দেশৰ নেতৃত্ব গ্ৰহণ কৰা সকললৈকো আমাৰ একে অনুৰোধ যদিও আমি জানো তেওঁলোকে শ্ৰদ্ধাৰে কাণ পাতি শুনিব লগীয়া কোনো কথা আমাৰ অনুৰোধত থাকিব নোৱাৰে, সেই গুণ আমাৰ নাই।

৮৪। আমাৰ দেশৰ ৰাজনৈতিক নেতা, কৰ্ম্মী, চৰকাৰী চাকৰি কৰা কৰ্ম্মচাৰীসকলক বৰ্ত্তমান চলি থকা চৰকাৰী অফিচ আৰু সমাজৰ সকলো প্ৰকাৰ দুৰ্নীতিৰ পৰা মুক্ত হৈ আৰু আদৰ্শলৈ চলাৰ কাৰণে আপুনি কি উপদেশ দিযে?

এই বিষযে আন ঠাইত কৰা এনে ধৰণৰ প্ৰশ্নতেই একৰকম উত্তৰ দি আহিছো। প্ৰশ্নটো প্ৰায ৰাজহুৱা ভাৱে কৰা হৈছে। গতিকে এনেবিলাক ৰাজহুৱা বিভাগত চৰকাৰীযে হওক বা বেচৰকাৰীযেই হওক বিভাগীয বৰমূৰীয়া জনৰ "চৰিত্ৰৰ" ওপৰত ঘাইকৈ নিৰ্ভৰ কৰে। সমাজৰ নৈতিক বান্ধ ধৰ্ম্মবিশ্বাস অন্তৰ্মুখী আত্মবিচাৰ আদি সদগুণবিলাকৰ দেহেকেহে আশ্ৰয লোৱা পৰিৱেশ সৃষ্টি কৰা প্ৰযোজন। এই বিলাক সূক্ষ্মবিচাৰ আৰু আদৰ্শমুখী কথা। ওপৰত উল্লেখ কৰা ঠাই বিলাকত বৰ্ত্তমান সময়ত দুৰ্নীতিযে যিদৰে শিপাইছে তাক শিপাৰ সৈতে উঘালি পেলোৱাৰ দৰকাৰ হৈ পৰিছে। গতিকে তাৰ ডাল পাত ঘপিযাই কাটি মূঢ়ালৈকে খান্দি শুকালেও তাত জুই দি ছাই কৰিব লাগিব। আমি সদায কৈ আহিছো—যেতিযা "জাতীয চৰিত্ৰ" আমি

হেৰুৱালো, তেতিয়া ব্যৱসায়-বাণিজ্যত চৰকাৰী নিয়ন্ত্ৰণ, "পাৰ্মিট" দিয়া প্ৰথাত গাখীৰতে ম'হৰ খুটি পতা ব্যৱস্থা, একোজনৰ হাতত একোটা বৃহৎকউদ্যোগ বা ব্যৱসায় থকা অৰ্থাৎ সমাজবাদৰ নামত সমাজক বাদ দি "পামৰ নিজলৈকে সামৰ" এই কামত মুখ্য বা গৌণ ভাবেও যাতে সুবিধা পাব নোৱাৰে তাৰ কঠোৰ ব্যৱস্থা হোৱা উচিত।

এই দুৰ্নীতি নিবাৰণৰ দুটা পথ। সমান্তৰাল ভাবে দুৰ্নীতি কথাত কঠোৰ দণ্ড ( **Next lamp post** ), কঠোৰ কাৰাদণ্ড, চাকৰিযাল হ'লে ঘুচখোৱা প্ৰমাণ হ'লে আইনে বান্ধি দিয়া উচ্চতম দণ্ড আদালতত প্ৰমাণ কৰা টান, কিন্তু কৰ্তৃপক্ষ সেই বিষয়ে নিঃসন্দেহ, এনেস্থলত প্ৰমোচন বন্ধ বা অন্য বিভাগলৈ ( ঘুচৰ থল নথকা ) আৰু বেয়া ঠাইলৈ বদলি কৰা ইত্যাদি গা পাই যোৱাকৈ শাস্তি দিলে সেযে **deterrent punishment** অৰ্থাৎ আনেও আতঙ্কিত হ'ব পৰা দণ্ড বিহা উচিত। চৰকাৰী বা বেচৰকাৰী অনুষ্ঠানবিলাকৰ দুৰ্নীতি বাঢ়িছে, বিভাগীয় কৰ্তৃপক্ষই জানিও চকু মুদি থকা বাবে। ইয়াৰ কাৰণ দুটা হ'ব পাৰে—হয় মুৰব্বীজন নিজে ঘুচখোৰ, নহয় অকামিলা, নহয় জানি-শুনিও তলকা মাৰি থকা এলেহুৱা স্বভাৱৰ। বিচাৰৰ ক্ষেত্ৰত লেখিব নোৱাৰা **adjournment** আৰু দিন পেলোৱা। দোষৰ জালত "ৰৌ-বৰালী" পৰিলেই পুলিচৰ ডায়েৰীত পাক লগা। "ডায়েৰী' লেখাত পাক লগোৱা বাবে 'খালাচ' দিয়া হ'ল' বুলি হাকিমে ৰায় দিবলগীয়া হোৱা।

পূৰ্ব্বতে কোৱা দৰে এই দুৰ্নীতি গুচাবলৈ হ'লে এতিয়া "নীতি বচনেৰে" সেই কাম সিদ্ধি কৰিব পৰা অৱস্থাত নাই। নীতি 'আচৰণ' কৰি দেখুৱা একো একো সৰু সৰু দলহে নিজৰ ব্যক্তিগত জীৱনত নীতিৰ বাহিৰলৈ নগৈ অভাৱত স্বভাৱ নষ্ট নকৰাকৈ, স্বভাৱৰ বলত অভাৱ ওচৰ চাপিব নোৱাৰা কৰি, তাৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলে দুৰ্নীতিয়ে দুমু'খ দেখুৱাবলৈ লাহে লাহে লাজ পাই আহিব, সংশোধিত হ'ব, নাইবা বহুদূৰলৈ আঁতৰি যাব।

বৰ্ত্তমান পৰিৱেশত যি স্থলত দুৰ্নীতি প্ৰৱেশ নকৰা ঠাই নাই, ইয়াত বাঘৰ চান্দ্ৰায়ণ ব্ৰতে কাম নিদিব। বাঘক কঙ্কণ নিদি হাতোৰাটো একে ঘাপত ছিঙিব লাগিব। ৰাজনৈতিক ক্ষেত্ৰত তৰুণ সমাজে যিদৰে সভা-সমিতি কৰি হৰতাল ·কৰি সমদল ওলাই 'শ্লোগান' দি এটা ধুমুহা তোলে, সেইদৰে তাতোকৈ আৱশ্যকীয় সমাজৰ দুৰ্নীতি দূৰ কৰিবলৈ শান্ত পৰিৱেশত উন্মত্ত নহৈ অথচ দৃঢ়তাৰে এনেবিলাক দুৰ্নীতিপৰায়ণ লোকৰ বিৰুদ্ধে জনমতৰ বন্যা সৃষ্টি কৰক, তাত তেওঁলোক উটি-বুৰি কেনি যাব কোৱা টান হ'ব।

দুৰ্নীতিপৰায়ণ সমাজত চৰকাৰী বেচৰকাৰী ঘৰুৱা, ৰাজহুৱা কোনো বিষযতে পাৰ্থক্য নাই। গতিকে এইবাবে সকলো দায়ী। সেই কাৰণে আমি সুচিন্তিত আৰু আমি "সদাচাৰ সমিতিৰ" সভাপতি স্বৰূপে দায়িত্ববোধ আগত ৰাখি ক'ব খোজো যে অনেক ক্ষেত্ৰত বৰ্ত্তমানৰ অভাৱ-অনাটনৰ যুগত "অভাৱে স্বভাৱ নষ্ট" হোৱা কথা খাটিব পাৰে। কিন্তু যিসকল বিষযা "গেজেটেড্ অফিচাৰ" কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ অতি ওখ খাপৰ বিষযা, ৰাজ্য-বিলাকতো তেওঁলোকে লক্ষ লক্ষ টকা হজম কৰা দোষত বৰ্খাস্ত বা ফাটেক খাইছে কিয ? ইযাৰ কাৰণ অভাৱতকৈ স্বভাৱ নষ্ট হোৱাহে প্ৰমাণ কৰে। এই কাৰণে আমাৰ দৃঢ়মত সকলো ৰকম নিযন্ত্ৰণ তুলি দিব লাগে। বজাৰ দৰ কটকটীযা কৈ বান্ধি দিব লাগে। তাতকৈ বেচি দামত বিক্ৰি কৰা ধৰা পৰিলে বিশেষ আইন কৰি হলেও ৩ বছৰৰ পৰা ৫ বছৰলৈ কাৰাদণ্ড বাধ্যত-মূলক শাস্তি হোৱা উচিত—জৰিমনাই বন্ধ কৰিব নোৱাৰে।

খেতিযকৰ খেতিত উৎপন্ন বস্তু, মিল মালিকসকলে "মিলিং" কৰি তাৰ পৰা শুলোৱা "খুদ" সমন্বিতে যিটো দাম পায় তাৰ টকাত উৰ্দ্ধতম চাৰি অনা ৰাখি বাকীটো খেতিযকক দিযা উচিত। এই মাহ-সৰিযহ, ধান-চাউলৰো খেতিযকে বেচা দৰ উপৰুক্ত নীতিত চৰকাৰৰ ঘৰৰ পৰা বান্ধি দিব লাগিব আৰু সেই দৰৰ কমে কোনো "মিলে" অসৎ উপাযে ল'লে, সেই মিল বন্ধ কৰি দিযাৰ ব্যৱস্থা হোৱা উচিত। এই কামত চৰকাৰী বিষযাসকলে যদি ঘুচ খাই কাম কৰে, ধৰা পৰিলে প্ৰমাণ হ'লে তেতিযাই কঠোৰ কাৰাদণ্ড দিযা উচিত। তাক একে ঘাপে কাটিবই লাগিব। "লঘু পাপে গুৰু দণ্ড" বিহাটো উচিত নহব পাৰে। কিন্তু য'ত গুৰু পাপবো লঘু কৰি সমাজ চলিবলৈ ধৰিছে, তাত লঘু পাপত গুৰু দণ্ড নিদিলে দুৰ্নীতি দূৰ কৰা সম্ভৱপৰ হৈ নুঠিব।

দুৰ্নীতিৰ আন এটা সুগম পথ ৰাজনৈতিক দলবিলাকৰ দৰে দেখা দেখি এটা সুস্থ "পাৰ্টি ফাণ্ড" গঢ়ি নুঠাত। নিৰ্ব্বাচনৰ সমযত অপৰিহাৰ্য্য অত্যধিক খৰচৰ দৰকাৰ হোৱা বাবে দুৰ্নীতিপৰায়ণ ডাঙৰ ডাঙৰ ব্যৱসাযীসকলে এহাতে ঢালি আনহাতে নানা ভাবে কেইবাগুণো সুবিধা আদায কৰে। "অথস্তৰত অযুগুত" বোলা কথা এষাৰো আছে সঁচা। সেইবাবে দলবিলাকে এই "অথস্তৰলৈ" বাট নাচাই, এটা নীতিমূলক স্থাযী "পাৰ্টি ফাণ্ড" যুগুত কৰাহে সকলো ফালৰ পৰা বিবেচ্য বিষয বুলি কব খোজো। এই "পাৰ্টি ফাণ্ড"ত প্ৰত্যেক দলভুক্ত লোকে এটা নিৰিখত চান্দা দিযা উচিত, যাতে সুবিধাবাদী কেইজন-মান ব্যৱসায বুদ্ধি থকা লোকে নিৰ্ব্বাচনৰ সমযত দলবিলাকক শ'ল ঠেকত

পেলাই সুবিধা আদায় কৰিব নোৱাৰে। তেনে এটা দেখা দেখি ব্যৱস্থা হলে 'ভোটাৰেও" বা "ইলেকচন খেলা" (এই শব্দ দুটা আমাৰে নহয়, ইলেকচনত কাম কৰা সকলৰ মুখত শুনাহে) সকলেও মুখ মেলি আহি হাত পাতিবলৈ বাট নাপাব।

মুঠতে যিদৰে বন্তি গছ জলালেই ঘৰ খোটালিৰ আন্ধাৰনো কেনি গ'ল কোৱা টান, সেইদৰে সমাজত দুৰ্নীতি দুৰাচাৰ দূৰ কৰিবলৈ হ'লে নীতিপৰায়ণ সদাচাৰী দল একোটি গঢ়ি উঠিলেই দুৰ্নীতিয়ে গাঁত বিচাৰিব। নীতি সতীৰ তেজ, দুৰ্নীতি বাৰঙ্গণাৰ প্ৰসাধন।

## ঃ সাম্প্ৰদায়িক দাঙ্গা-হাঙ্গামাৰ বিষয়ে অভিমত ঃ

৮৫। আমাৰ দেশত ভাষা, জাতি, ৰাজ্য লৈ বিভিন্ন ভাষাগোষ্ঠী সম্প্ৰদায়ৰ মাজত সাম্প্ৰদায়িক দাঙ্গা-হাঙ্গামা বন্ধ কৰাৰ বাবে চৰকাৰে কি ধৰণৰ ব্যৱস্থা লোৱা উচিত ?

এই বিভিন্নতা ভাৰতীয় সংস্কৃতিৰ আদৰ্শত নাছিল। বুৰঞ্জীয়ে সাক্ষী দিব। যেতিয়া ভাৰতত বিভিন্ন জাতিয়ে, যেনে মোগল, পাঠান ইত্যাদি দেশ জয় কৰি ৰাজত্ব কৰিছিল, তেতিয়া সেই সেই জাতিৰ সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ লগত এক (**Organically amalgamated**), হৈছিল। যেনে আমাৰ পুৰাণ আখ্যান ৰামায়ণ, মহাভাৰত, কাব্য কাহিনী, এনেকি তন্ত্ৰ-মন্ত্ৰও অনেক মুচলমান সম্ৰাটে পাৰ্চী, আৰবীক ভাষালৈ তৰ্জমা কৰাইছিল। এই কথা দেখাত তেওঁলোকে সাংস্কৃতিক আদান-প্ৰদানৰ মাজেদি যে জেতা আৰু বিজেতাৰ ভিতৰত যিটো সংঘৰ্ষৰ ভাৱ স্বভাৱতে থাকিবৰ কথা, সেইটো ক্ৰমে লোপ পাই আহে। আনকি বঙ্গদেশত কৃত্তিবাস আৰু কাশীদাসে বঙ্গলা ভাষালৈ মহাভাৰত তৰ্জ্জমা কৰাত, সেই কালৰ সংস্কৃতৰ পণ্ডিতসকলৰ মুখত ওলাইছিল "কাশীদাস কৃত্তিবাস দুইজনে দেৱভাষা সংস্কৃত গ্ৰাম্য ভাষা বঙ্গলালৈ তৰ্জ্জমা কৰি সৰ্ব্বনাশ কৰিলে"। (দীনেশ সেন—বাঙ্গলা ভাষা ও সাহিত্য) অথচ সেই সময়ত বঙ্গদেশৰ নবাব সকলৰ অনেকে বঙ্গলা সাহিত্যৰ পৃষ্ঠপোষকতা কৰিছিল। আজি-কালি উপৰুক্ত বিষয়বিলাক লৈ যিবিলাক সংঘৰ্ষ ঘটি গৈছে, সি যথাৰ্থতে ৰাজনৈতিক কাৰণতহে, এই বিভিন্ন সম্প্ৰদায়ৰ বা বিভিন্ন ভাষা-ভাষীৰ মাজত সুমাই দিগে

কূটনীতিত সিদ্ধহস্ত বৃটিছ চৰকাৰে। সাম্প্ৰদায়িক আৰু ভাষাগত ভেটিত বেতিয়া ভোটদাতা ( Electorate ) বিলাক গঠন কৰিলে, তেতিয়াৰ পৰা এই বিভিন্ন ৰাজ বিপৰীত মনোভাৱ স্থায়ী হ'বলৈ ধৰিলে। এতিয়া এই মনোভাৱ দূৰীভূত কৰিবৰ একমাত্ৰ উপায় চৰকাৰে এই বিভিন্নতাৰ মনোভাৱ (Attitude) আৰু নবহুলাই ভাৰতীয় বিভিন্ন ভাষা বিভিন্ন প্ৰকাৰৰ সংস্কৃতিৰ মাজেদি বৰং ভাৰতৰ বৈচিত্ৰ্যময় সমাজ, ধৰ্ম্ম, ভাষা সম্বন্ধে আদৰ্শ পুনঃ অনুপ্ৰাণিত কৰি বৈচিত্ৰতাৰ ভিতৰত একতা ( Unity in diversity ) যিটো বস্তু ভাৰতৰ নিজস্ব তাক পুনঃ প্ৰবৰ্ত্তন কৰাব পাৰে আৰু সেয়েই ভাৰতৰ ঐক্য সংহতিৰ ভেটি।

৮৬। বৰ্ত্তমান সময়ত অসমত স্থায়ীভাৱে বসবাস কৰা বিভিন্ন সম্প্ৰদায়ৰ মাজত সাম্প্ৰদায়িক "দাঙ্গা-হাঙ্গামা" বন্ধ কৰি শান্তি স্থাপনৰ বাবে বিশেষকৈ অসমৰ ছাত্ৰ আৰু যুৱক সম্প্ৰদায়ক আপুনি কি উপদেশ দিযে ?

সাম্প্ৰদাযিক "দাঙ্গা-হাঙ্গামা" আজি-কালি ভাত মাছৰ দৰে হৈ পৰিছে। ই বৃটিছৰ কূটনীতিযে বিভিন্ন সাম্প্ৰদাযিক ৰাজনৈতিক প্ৰলোভন সৃষ্টি কৰাৰ ফল। এই প্ৰলোভনেই ভাৰত দ্বিখণ্ড কৰি হিন্দুস্থান, পাকিস্তান কৰাৰ কুফল আজি ২৫ বছৰে উভয় দেশে ভুগি আহিছে। আজি স্বভাৱতে হোৱা "বাংলা দেশ" আন্দোলন ভৰপক দিছে মাথোন। এই সাম্প্ৰদাযিক ক্ষমতাৰ প্ৰলোভনৰ ভেটিতেই দিনে একোখন "জাকৰুৱা ৰজাৰ" ৰাজ্য বিচৰা আন্দোলন। গতিকে আগ-পিছ গুণি স্বভাৱতে কাম কৰিব নজনা অথচ সদায একোটা daring অৰ্থাৎ সাহস দেখুওৱা কামত লিপ্ত হ'বলৈ ভালপোৱা এই ছাত্ৰ তথা যুৱকসকলে তাত জপিযাই পৰে। এই সুযোগতে তেওঁলোকৰ মাজত প্ৰকৃত দাঙ্গা-হাঙ্গামাৰ মাজত লুটপাত কৰি তাকেই জীৱনযাত্ৰাৰ ব্যৱসায কৰি খোৱা সেই সেই সম্প্ৰদায়ৰ লোকেই এই কামত এক হৈ লুটপাত কৰে। বদনাম হয যুৱশক্তিৰ। লাহে লাহে যুৱক আৰু ছাত্ৰসমাজৰ পৰাও দুই-চাৰিজনকৈ দুৰ্বৃত্তসকলৰ লগত যোগদান কৰে—এই কথাও সঁচা। আনটো কাৰণ হৈছে, বৰ্ত্তমান সমযৰ ৰাজনৈতিক নীতিবৰ্জ্জিত দল-উপদলবিলাকৰ কামত ছাত্ৰ বা যুৱশক্তিযে লাচনী-পাচনীৰ কামত নিজক খটুওৱা। এইটো আৰু মাৰাত্মক কথা।

গতিকে সাম্প্ৰদায়িক "দাঙ্গা-হাঙ্গামাই" দেখা দিলে, তেওঁলোকে তাৰপৰা সম্পূৰ্ণ আঁতৰি থাকিলে সকলো সম্প্ৰদায়ৰ দুৰ্বৃত্তসকল "অকলশৰীয়া পছ" হৈ পৰিব। তেতিয়া তেওঁলোকৰ গোটেই গাটোৰ খহুবোৰ ওলাই পৰিব। আজি-কালি ছাত্ৰ আন্দোলন, বনুৱা আন্দোলন, কৃষক আন্দোলন আদি জনতাৰ আন্দোলনত মুখ্য বা গৌণ ভাবেই হওক, এটা নহয় এটা ৰাজনৈতিক দল বা উপদলৰ নেতৃত্ব আছেই—জ্বলা জুইত ইন্ধন যোগাই নাথাকে। তেনে পৰিৱেশ একৰকম স্থায়ী হৈ উঠাৰ সময়ত হঠাৎ সাম্প্ৰদায়িক "দাঙ্গা-হাঙ্গামা" ফিৰিঙতিৰ পৰা খাণ্ডৱদাহ হোৱাৰ কথা। তাত পানী নাঢালি ভলুকা বাঁহৰ টাঙোন চলালে জুই আৰু জ্বলিহে উঠিব, শাম নাকাটে। আৰু বিপদৰ কথা হৈছে এনে সময়ত কিছুমান স্বযম্ভূ নেতা ওলাই আৰু লেঠা লগায়। সকলো ফালৰ পৰা গভীৰভাবে বিবেচনা কৰিলে তৰুণ শক্তিয়ে জ্বলা জুইত ঘিউ নাঢালি কলহে কলহে চেঁচা পানী আনি ঢলাহে উচিত। নিজ নিজ সম্প্ৰদায়ৰ মাজত উত্তেজনা শাম কটাবলৈ চেষ্টা কৰাটো বেছি কাৰ্য্যকৰী হ'ব পাৰে।

## ঃ গান্ধীজীৰ আদৰ্শ পাহৰাৰ কাৰণৰ বিষয়ে অভিমত ঃ

৮৭। বৰ্ত্তমান আমাৰ দেশত গান্ধীজীৰ আদৰ্শ মতে মানুহে কাম কৰিবলৈ পাহৰিছে কিয় ?

ইয়াৰ যাই কাৰণ মই এই বুলি ভাবোঁ। দেশ স্বাধীন হোৱাৰ পাছতে মহাত্মাই দিব্যদৃষ্টিৰে দেখিছিল যে কংগ্ৰেছ এটা মহান আদৰ্শত অনুপ্ৰাণিত হৈ স্বাৰ্থত্যাগ, নিৰ্য্যাতন, কাৰাবৰণ ইত্যাদিৰ মাজেদি দেশসেৱাৰ জ্বলন্ত বিশ্বাসত মহাত্মাই নিজেই এই আদৰ্শ অটুট ৰাখি দেশ স্বাধীন কৰিলে। এতিয়া কংগ্ৰেছে যেতিয়া দেশ চলোৱাৰ ক্ষমতা হাতত লয়, তেতিয়া ক্ষমতাৰ লোভত স্বাৰ্থপৰ হৈ দেশৰ এই আদৰ্শৰ পৰা ফালৰি কাটি যোৱা সম্ভৱপৰ হৈ উঠিল। সেই কাৰণে তেওঁ কংগ্ৰেছক "সৰ্ব্বসেৱা সংঘত" পৰিণত কৰি দেশৰ স্বাধীনতা গঢ়ি তুলিবলৈ আকৌ সেৱাৰ ভাবেৰে অগ্ৰসৰ হোৱা উচিত বুলি কয়। তেতিয়া দেশ চলাওঁতাসকলে এই "সৰ্ব্বসেৱা সংঘৰ" আদৰ্শত দেশ চলাবলৈ বাধ্য হ'ব। সংঘই ক্ষমতাৰে নহলেও নৈতিক বলেৰে এই কাম সাধন কৰিব। আজি ২৩ বছৰে দেখা গ'ল, দেশৰ নেতৃত্বই কংগ্ৰেছৰ আদৰ্শকেই মানি চলা নাই, কাৰ্য্য-

ক্ষেত্ৰত দেশখনকেই তাৰ পৰা দিনে দিনে আঁতৰাই আনিবলৈ ধৰিলে। গতিকে যি জনতাই মহাত্মাৰ আদৰ্শ আচৰণ বা মুখে কামে এক হৈ চলাৰ বাবে তেওঁক আগত লৈ জুইত ফৰিঙে জাপ মৰাৰ দৰে জাপ মাৰিছিল, এতিয়া জনতাই বৰ্ত্তমানৰ নেতৃত্বক সেইদৰে মুখে আৰু কামে এক হোৱাতো দেখা নাই, বৰং প্ৰায পদে পদে তেওঁলোকৰ মুখে আৰু কামে বিপৰীত আচৰণ কৰাকেই দেখিবলৈ পাইছে। সিদিনা সীমান্ত গান্ধীযে ( Frontier Gandhi ) আমাৰ মাজলৈ আহি যিখিনি কথা ক'লে, সেযে আজি আমি গান্ধীক পাহৰাৰ প্ৰত্যুত্তৰ বুলি ক'ব পাৰো, তেখেতে কয "আজাদ বৰবাদ হো গিযা, কংগ্ৰেছ বনিযা গভৰ্ণমেণ্ট বনাযা, মহাত্মাকো হিন্দুস্থানসে নিকাল দিযা।" মহাত্মাক নেতাসকলে বাদ দিলেও, গান্ধীজী আগৰ ৰূপতেই এতিযা জনতাৰ অন্তৰত অবিকৃত হৈ আছে। অনুভৱ কৰিছো যে এই কথা ঠিক মহাত্মাৰ অবিহনে আজি দেশত চাৰিওফালে অশান্তি, অস্থিৰতা, দিনে দিনে জনতাৰ অভাৱ আৰু সমস্যা বৃদ্ধি হৈছে। সমস্যা সমাধানৰ কোনো উপাযেই কাৰ্য্যকৰী নোহোৱা হৈছে।

## ঃ নিবনুৱা সমস্যা সমাধানৰ বিষয়ে অভিমত ঃ

৮৮। আমাৰ দেশৰ নিবনুৱা সমস্যা সমাধান কৰাৰ বাবে কোনো পথ আপুনি দেখিছেনে ?

আমাৰ একমাত্ৰ উপায নিবনুৱা ডেকাসকলক সকলো বিভাগত শাৰীৰিক পৰিশ্ৰমেৰে যিবিলাক ৰাজহুৱা কাম কৰা হয আৰু যিবিলাকত কোনো বিশেষ কাৰিকৰী জ্ঞান ( Technical Knowledge ) আৱশ্যক নকৰে, সেইবিলাক কাম সম্পূৰ্ণৰূপে শিক্ষিত বা অশিক্ষিত ডেকা বিলাকৰ শাৰীৰিক পৰিশ্ৰমেৰে সমাধান কৰিবলৈ সুসংঘটিত আঁচনি হাতত লৈ তেওঁবিলাকক খটুওৱা উচিত। এই শাৰীৰিক পৰিশ্ৰমৰ মৰ্য্যাদাৰ (Dignity of Labour) তেওঁলোকৰ হাড়ে-হিমজুৱে সুমাই দিবলৈ সেই সেই বিভাগৰ উচ্চ খাপৰ বিষযাসকলেও শাৰীৰিক পৰিশ্ৰমেৰে ডেকাসকলক উৎসাহিত কৰা উচিত। তেতিযা সমাজত শ্ৰমৰ মৰ্য্যাদা সমানে অনুভৱ কৰা বস্তুও হ'ব। তাৰোপৰি সৰু সৰু যান্ত্ৰিক কামৰ কাৰণে, আমাৰ ডেকাসকলক এতিযাৰ পৰা সুচিন্তিত পৰিকল্পনাৰে শিক্ষা দিযা উচিত। আমাৰ দেশত ৫।৬ বছৰৰ ভিতৰত যিবিলাক অৰ্থনৈতিক আঁচনি বা শিল্প

পৰিকল্পনা ( Industrial Project ) লোৱা হৈছে, তাৰ কাৰণে আমাৰ নিবনুৱা ডেকাসকলক ভালকৈ প্ৰশিক্ষণ দি সেই সকলক চাকৰী দিব লাগে। তাকে নকৰি অসমৰ বাহিৰৰ পৰা অন্য প্ৰদেশৰ মানুহ আনি অসমীয়া কাৰিকৰ (Technician) নাই বুলি, শিল্প বিভাগত ( Industry Department) চাকৰী দিয়া হয় আৰু চৰকাৰে এনেদৰে চাকৰী দিয়াটো বিৰাট অন্যায়েই নহয়, ই মহাপাপ হ'ব ( Great sin )। আজি অসম চৰকাৰ আৰু বিশেষকৈ দেশৰ নেতৃত্বই এই কথা মন কৰা উচিত।

## ঃ বৰ্ত্তমান সমবায় আন্দোলনৰ বিষয়ে অভিমত ঃ

৮৯। আমাৰ দেশত সমবায় আন্দোলনৰ সাফল্যৰ কাৰণে আপুনি কেনে ধৰণৰ আঁচনি ল'ব লাগে বুলি ভাবে ?

আমি যোৱা ৬০ বছৰেই এই আন্দোলনৰ লগত সক্ৰিয় ভাবে জড়িত হৈ আহিছো। ডিব্ৰুগড়ত কিছুকাল অনাৰেৰী অৰ্গেনাইজাৰো আছিলো। এই আন্দোলনৰ মাজেদি সমবায় বিষয়টো লেখত অনেক দূৰ আগবাঢ়িছে যদিও জোখত সিমান দূৰ হোৱা নাই। ইয়াৰ কাৰণ বহুতো। ই সমূহীয়া অৰ্থনীতিৰ বস্তু। সমূহৰ সততা, মিতব্যয়িতা, সহযোগৰ ওপৰত ইয়াৰ ফলাফল নিৰ্ভৰ কৰে। তাৰ ঠাইত শঠতা, হালৰ গৰু কিনিবলৈ নিয়া ধনেৰে তিৰোতাৰ কেৰু কিনাৰ দৰে দৃষ্টান্তও যথেষ্ট পোৱা যায়। সমিতিৰ সভ্যসকলৰ মাজত প্ৰায়েই সভাপতি আৰু সম্পাদকৰ ওপৰত অভিযোগ, সন্দেহ থাকেই। কথাও সঁচা। বিভাগীয় কৰ্তৃপক্ষ উদাসীন। সমিতিবিলাক পৰিদৰ্শন কৰোঁতে ৰোগীৰ গাত হাত দিয়েই তুলসীৰ গুৰিলৈ উলিয়াবৰ হ'ল বুলি ওলাই আহে, চিকিৎসাৰ কথা নাভাবে। ৰোগীক জীয়াবৰ কোনো চেষ্টা নাই, কেৱল বাহিৰলৈ উলিওৱাত তৎপৰ। তেওঁলোকৰ চকু দুটা আন্ধাৰতো দেখা বোন্দাৰ দৰে নহয়, দিন দুপৰতো নেদেখা ফেঁচাৰ। সমিতিৰ হিচাব-পত্ৰ টকা-কড়ি নি কি কৰে, এই বিলাক গাত লাগি নাচায়, যেতিয়া সমিতিৰ তলি উদং হৈ পৰে, তেতিয়া "বন্ধ কৰা" ৰিপোৰ্ট দি নাকত তেল দি শুই থাকিব পৰা হয়। যুদ্ধত "আহত" চিপাহীৰ পিঠিত, নৌ মৰোঁতেই "নিহত" চাব মাৰি থৈ যোৱাৰ দৰে। "কুকুৰীকণা পৰিদৰ্শন হ'বলৈ পালে, খাবলৈও পায়"এই গাঁৱলীয়া গায়ত্ৰী মন্ত্ৰত

দীক্ষিত সমিতিখন, বেঙ্কৰ টকাত পইছা সুদত ধাৰলৈ নি কাবুলীৰ টকাত ডুঅনা সুদ ধাৰ যৰা সমিতিৰ সভ্যসকল এয়ে "সমবায়" বা "সোধাৰ নাপাই" সমিতিবিলাকৰ এটা চিত্ৰ।

আমি সমবায় পদ্ধতিত আমাৰ মানুহক কি দৰে চলালে "সমবায়" প্ৰচেষ্টা কৃতকাৰ্য্য হ'ব পাৰে, চৰকাৰী বিভাগৰ সম্মিলনবিলাকৰ প্ৰায় সকলো প্ৰকাৰ বেঙ্কৰ সভাপতি স্বৰূপে আমাৰ সুদীৰ্ঘ অভিজ্ঞতাৰ কথা, দিহা পৰামৰ্শ দি তাত কৰ্ত্তৃপক্ষৰ শলাগো পাওঁ। পাছত আহি দেখো আমাৰ কথা বতাহত উৰি গ'ল। আমাৰ আজিও এই দৃঢ়মত—

(ক) বেচৰকাৰী সমবায় সঙ্ঘ:—প্ৰাদেশিক আৰু আঞ্চলিক বিলাকৰ কাম ধৰ্ম্ম ২ চাৰকৰ দৰে প্ৰেৰণাৰ উৎস হ'ব লাগিব। সিও ক্ৰমে আমোলাতন্ত্ৰৰ দৰে "ফাইলৰ" ফিটাৰ বান্ধতে ছাব মোহৰ মৰাতে দিনটো কটোৱা বিধৰ হলে নচলিব। সঙ্ঘৰ কাম গাঁৱে-ভূইযে গৈ দুৰূহ হ'লেও "অবুজনক বুজোৱা, ধেকৰা ঠাঁৰি সিজোৱা" এই টান কামটো অফিচত বহি "লাট চাহাবৰ খানা" তৈয়াৰ কৰিব পৰা খানচামাৰ পৰাও এই কাম নিসিজে।

(খ) আগতে কেইবাবিধো ধাৰত, যেনে—কাবুলীৰ, মহাজনৰ (ডুযো বিধ) তিৰোতাৰ মাকৰ ঘৰৰ পৰা অনা অলঙ্কাৰ বন্ধক দি অনা ধাৰ আছেই, সকাম-নিকাম, বিযা-সবাহত অনা ধাৰসোপাৰ কথা নকলেও হ'ব। এনেদৰে পোতখাই থকা ধকৰাক প্ৰথমতে এই বিলাকৰ সাতভাল টাঙ্গোনৰ পৰা আগধৰি ৰক্ষা কৰি ল'ব লাগিব। তাৰ উপায—সেইবিলাক ধাৰ তামাদি নোহোৱাকৈ, অন্ততঃ পাঁচ বছৰলৈকে আইন কৰি **Moratorium declare** কৰক, অৰ্থাৎ ধকৰাই পাঁচ বছৰলৈকে মোকৰ্দ্দমা বা আন ধৰণৰ তাগিদা দিব নোৱাৰা ব্যৱস্থা কৰিব লাগিব। নহলে সমবাযৰ পদ্ধতিত কম সুদত খেতি-বাতি, ভঁৰাল, ঘৰৰ বাবে যি ধন সমবায় বেঙ্কবিলাকৰ পৰা ধাৰ কৰে, তাৰেই আধা এইবিলাক ধকৰাৰ সুদ দিওঁতেই শেষ হয। গতিকে, খেতি-খোলাৰ কামত সম্পূৰ্ণ খটুৱাব নোৱাৰে। ফলত, লাক-পাক খেতি, বেঙ্কৰ সাধনীযাৰ গ'লে ঘৈণীযেকে "তেখেত ঘৰত নাই, বেঙ্কৰ ধাৰ মাৰিবলৈকে ধন বিচাৰি গৈছে" বুলি কৈ ভিতৰ সোমায। গিৰীয়েক ভিতৰত শহাকণীয়া হৈ চকু থিৰ কৰি সকলো কথোপকথন শুনি থাকে। ল'ৰাই "পিতাই মানুহ আহিছে" বুলিলে পাছ ফাললৈ চোচোঁৰাই লৈ যায়। এই ব্যৱস্থা নকৰিলে "সমবায়" আন্দোলনৰ চৌত উঠি যাব পাৰিব, কিন্তু ক'তো খোপনি ল'বৰ উপায় নাথাকিব। এই

পাঁচ বছৰে ধৰুৱা কৃষকজনৰ ধাৰে নিয়া ধন খেতি-খোলাৰ কামত প্ৰকৃততে খটাইছেনে নাই খটোৱা, খেতি-বাতি সম্বন্ধে বিভাগীয় কৰ্তৃপক্ষই সকলো প্ৰকাৰ দিহা-পৰামৰ্শ সা-সুবিধা দিবলৈ, নিজৰ ঘৰখন চলাওঁতে যিটো মনোযোগ দিয়ে, সেই মনোযোগেৰে কাম কৰিবলৈ ধৰক, মোৰ নোপোৱা খেতিয়কে মোৰ পাব, মনলৈ সাহ উদ্যম আহিব, মন এবাৰ উধালে, ধাৰে হেঁচামাৰি ধৰা কঁকালো পোন হ'ব, দেহাও তৰিব, বেহাও চলিব, ঘৰজেউতিয়ে আকৌ ঘৰত বাস লব, পূৰ্ব্বৰ ধৰুৱাৰ ধাৰ মাৰিবৰ জোখাৰে উপাৰ্জ্জন হ'ব। আমি সদায় পৰামৰ্শ দি আহিছো যে আজি-কালি স্থানীয় পঞ্চায়তবিলাকে সেই ঠাইৰ সমিতি বিলাকে ধাৰলৈ বিচৰা লোকসকলৰ বিষয়ে ধাৰৰ পৰিমাণ, কিহত খটুৱাব, পাছত উৎপন্ন শস্যৰ পৰা এই ধাৰ মাৰিবলৈ ধৰুৱা সকলক সধা দায়িত্ব পঞ্চায়তক দি, তেওঁলোকক ধাৰে দিয়া আৰু ধাৰ পৰিশোধ কৰা কামত পঞ্চায়তৰ দায়িত্ব ব্যৱস্থা কৰিলে ধৰুৱাও তৰিব, বেঙ্কো নিয়মমতে চলিব। মুঠতে, সমবায় সমিতিৰ ধাৰে দিয়া আৰু পৰিশোধ কৰা কামত, গাঁৱৰে দায়িত্ব থকা কোনো প্ৰকাৰৰ বিধান নহলে, বৰ্ত্তমানৰ চৰিত্ৰহীন সমাজত সমবায় প্ৰচেষ্টা সফল হোৱা কথা ভাবিব নোৱাৰি।

(গ) সমবায় সমিতিবিলাকৰ বিৰুদ্ধে ৰিপোৰ্ট (যি সূত্ৰতে নাপাওঁক) পোৱা মাত্ৰে, তেতিয়াই তদন্ত হোৱা উচিত। কিন্তু শতকৰা পঁয়সত্তৰ ভাগ ৰিপোৰ্টৰ ওপৰত কেইবা মাহ নালাগে, কেইবা বছৰেও তদন্ত নোহোৱা দৃষ্টান্ত অনেক পোৱা যাব। তদুপৰি ধন খোৱাটো প্ৰমাণ হ'লেও, ধনখিনি দি দিলে দোষীক এৰি দিয়া হয়। এই কামে অসত পথ আৰু বহল কৰি দিয়ে। দণ্ডলৈ ভয় নথকা হয়। বিভাগীয় কৰ্ম্মচাৰী যদি হয়, তাক গাপ দি থৈ শেহত কি হ'ল কোনেও তাৰ সম্ভেদ নাপায়। বিভাগীয় যিসকল অফিচাৰৰ দোষত এইদৰে ধন আত্মসাৎ কৰিবলৈ পায়, তেনে ক্ষেত্ৰত সেই অফিচাৰসকলক বিশেষ ভাৱে দণ্ড দিয়া নহয়। সামান্য দাবি-ধমকিৰ দৰে ব্যৱস্থা লৈ এৰি দিয়া হয়। এনে বিলাক কামত দলীয় স্বাৰ্থত বহুত ক্ষেত্ৰত তেনে দলৰ লোকে হস্তক্ষেপ কৰাতো বিভাগীয় কৰ্তৃপক্ষই ঠিক বিচাৰ কৰিব নোৱাৰে।

(ঘ) চৰকাৰৰ সমবায় বিভাগ "আমোলাতন্ত্ৰী"মুখী নহৈ সমাজসেৱা বিভাগৰ আদৰ্শত মুখে কামে এক হৈ সমবায় প্ৰচেষ্টা ফলৱতী কৰিবই লাগিব —এই প্ৰেৰণাত উদ্বুদ্ধ হৈ দৃষ্টান্ত স্বৰূপ হ'ব লাগিব। তেতিয়া লগে লগে জন-সাধাৰণক এই প্ৰচেষ্টাৰ অভিমুখী কৰি তুলিবলৈ, জনসাধাৰণৰ এই বিষয়ে

চেতনা আনিবলৈ প্ৰাদেশিক সঙ্ঘই মিছনেৰী আদৰ্শত এদল প্ৰচাৰক তৈয়াৰ কৰিব লাগিব, যিটো দলে এই কাম ধনতকৈ ধ্যানৰ বস্তু বুলি গ্ৰহণ কৰে। সমাজ এই বিষয়ে সচেতন নহলে চৰকাৰী বিষয়াই নিজে ক্ষমতাৰ বলত এই কাম কেতিয়াও সাধিব নোৱাৰে। সমবায়, পঞ্চায়ত, মাৰবন্ধা গাঁও, জনতাৰ অৰ্থনীতি, দুৰ্নীতি, পাঠ্যক্ৰম, সামাজিক শিক্ষা বিভাগৰ অপৰিহাৰ্য্য শিক্ষনীয় বিষয় এতিয়াও হৈ নুঠাতো, শিক্ষা বিভাগৰ অনীতি আচৰণ বুলি ক'ব খোজো। দেশ স্বাধীন হোৱাৰ পাচত প্ৰত্যেকখন গাঁৱতে এখন পঞ্চায়ত, এটা স্কুল, এখন সমবায় সমিতি স্থাপনৰ ওপৰতেই গ্ৰাম স্বৰাজ স্থাপিত হ'ব বুলি দেশৰ প্ৰকৃত জৱাহৰৰ (Diamond) মুখত "ৰাজনৈতিক বেদ বাক্য" ওলোৱা কথা পাহৰিলে নচলিব। আজি এই তিনিও বিষয়ে শিক্ষাৰ গুৰি ধৰোঁতাসকল সম্পূৰ্ণ উদাসীন হৈ চলিছে। আমি এই বিষয়ে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসকলৰ দৃষ্টি আকৰ্ষণ কৰিও হতাশ হৈ পৰিছো।

## ঃ সংৰক্ষিণী নীতিত সৰ্ব্বভাৰতীয় দৃষ্টিভঙ্গীৰ বিষয়ে অভিমত ঃ

৯০। "সংৰক্ষিণী নীতিয়ে" সকলো সম্প্ৰদায়ৰ মাজত ঐক্য-সংহতি ৰক্ষা কৰা কামত বাধা হৈ উঠা নাছিল নে ?

স্বাৰ্থান্ধ ভাৱে চালে বাধা দিব পৰা হ'ব পাৰে। কিন্তু জাতিগত, নীতিগত, সমবিচাৰ দৃষ্টিভঙ্গীৰে চালে "সংৰক্ষিণী নীতিয়ে" সকলো সম্প্ৰদায়ৰ প্ৰাপ্য স্বাৰ্থ ৰক্ষা কৰাটোও নিজৰ অপৰিহাৰ্য্য নীতি বুলি স্পষ্ট ভাষাৰে কৈছিল। "অসম কেশৰী" অম্বিকাগিৰীক লগতে আমাকো "বঙাল খেদা" আন্দোলনৰ প্ৰৱৰ্ত্তক বুলি অযথা দোষাৰোপ কৰিছিল। তাৰ কোনো যুক্তি নাছিল। "সংৰক্ষিণী" অন্ধযো পঢ়িব পৰাকৈ স্পষ্ট ভাষাৰে লিখিছিল, বধিৰেও শুনিব পৰাকৈ উচ্চৈস্বৰে কৈছিল—কেৱল মাত্ৰ অসমীয়া ভাষা গ্ৰহণ কৰি স্থায়ী ভাবে অসমত বসবাস কৰিবলৈ মনস্থ কৰা বহিৰাগত সকলোকে "অসমীয়া" বুলি ধৰা হ'ব। আজি অসমৰ খিলঞ্জীয়া অসমীয়া আৰু বঙ্গদেশৰ খিলঞ্জীয়া বঙালীৰ পূৰ্ব্বপুৰুষসকল এই "সংৰক্ষিণী" নীতিকেই মানি চলা বহিৰাগত লোক নাছিল জানো ? এই মুহূৰ্ত্তত অসমত আমি কি দেখিবলৈ পাইছো ? আজি অসম উপত্যকাত অসমীয়া "ৰাজ্যভাষা" বুলি বঙালী ভাইসকলেও গ্ৰহণ কৰা নাই জানো ?

অসমৰ জীৱন-মৰণ সমস্যা শোধনাগাৰ স্থাপন, বহল ৰেল ৰাস্তা, ব্ৰহ্মপুত্ৰ আদি নদী নিযন্ত্ৰণ, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং স্থাপন শিক্ষিত নিবনুৱা সমস্যা সমাধান আদি যাই যাই সমস্যাত ভাষাগত, ৰাজনীতিগত সকলো প্ৰভেদ বাদ দি একমত হৈ অভেদ্য দুৰ্গৰ দৰে থিয় হোৱা নাই জানো ? তেন্তে সূক্ষ্মভাবে চালে "সংৰক্ষিণী'' নীতিৰ এয়ে সম্প্ৰসাৰণ নহয় জানো ? এই স্বাভাৱিক সংৰক্ষণ হাজাৰ হাজাৰ বছৰৰ ঐতিহাসিক, ভৌগোলিক, সাংস্কৃতিক বিভিন্ন প্ৰকাশ ভঙ্গী বিচাৰত হ'বলৈ নিদিযাতে বিশ্বব্যাপি, জাতিযে জাতিযে অমানুষিক-পাশৱিক বল প্ৰযোগৰ কাৰণ হৈ উঠা নাই জানো ? আজি পূৰ্ব্ববঙ্গত নৰ পিশাচৰ তাণ্ডৱ লীলা এই সংৰক্ষণ কাৰ্য্যত যোৱা ২৩ বছৰে এক ধৰ্ম্মাৱলম্বী লোকেই বাধা দিযাৰ বাবে হোৱা নাই জানো ?

৯১। এসময়ত আপুনি অসমত বহিৰাগতসকলক অসমলৈ অহা বাবে বাধা দিবলৈ কিয় ওলাইছিল ?

ৰাজনৈতিক কাৰণত। এফালে মৈমনচিঙীয়া মুচলমানসকলক লৈ "মুচলিম লীগে" মুচলিম সংখ্যাধিক্য প্ৰদেশ কৰি ফালৰি কাটিবৰ চেষ্টা। আনহাতে চিলেটৰ হিন্দু বঙালীসকলে বৃহত্তৰ বঙ্গ কৰাৰ অপচেষ্টা। এই দুই কাৰণত আমি "সংৰক্ষিণী'' নীতি গ্ৰহণ কৰিবলগীয়া হৈছিল। কিন্তু, পমুৱাসকলে আমাৰ মন শেহত বুজিবলৈ ধৰে। আমি নগাঁৱত বৰ ডাঙৰ সন্মিলন পাতি পমুৱাসকলক সম্পূৰ্ণ অসমীয়া ৰূপে গ্ৰহণ কৰাৰ প্ৰস্তাৱ লওঁ। সকলো ঠাইতে প্ৰচাৰ কৰো থলুৱা পমুৱাৰ সংঘৰ্ষ স্বাৰ্থপৰ ক্ষমতালোভী, ধনলোভী তথাকথিত নেতাসকলৰ আত্ম বিস্তাৰৰ সুবিধা মাথোন। যি হওক, আজি সেই পমুৱা-সকল অসমীয়া সমাজত জাহ গৈ ভাষা সংস্কৃতিত যোগ্য আসন গ্ৰহণ কৰিব পাৰিছে, সমানে নেতৃত্ব লৈ দেশ চলোৱা কামত সমান দায়িত্ব ল'ব পৰা হৈছে। এইটো স্বাভাৱিক খিলঞ্জীয়া হোৱাৰ পথ। এতিয়া অতীতৰ ভুল পাহৰি, সংঘৰ্ষৰ কথা মনত ঠাই নিদি, কি হিন্দু, কি বৌদ্ধ, কি মুচলমান, কি শিখ, কি জৈন, কি বঙালী, কি বিহাৰী, কি ৰাজস্থানী সকলোৱে বুজি উঠা ঐক্য-সংহতি যেন দিনে বৃদ্ধি পায়, একেটা সমৃদ্ধিশালী, লাহে লাহে ৰক্ত সংমিশ্ৰণৰ মাজেদি আৰু ওচৰ চাপি আহি, অজেয় অপূৰ্ব্ব অসমীয়া জাতিৰ "নৱ সংস্কৰণ'' হৈ উঠে, এয়ে আমাৰ সুদীৰ্ঘ জীৱনৰ খলা-বমাৰ মাজেদি আহি পোৱা অভিজ্ঞতাৰ কথা। ইয়াত কোনো ভবিষ্যৎ বাণী দিব পৰা অলৌকিকতা

নাই। এতিয়া আমাৰ বিশ্বাস দিনে বদ্ধমূল হৈ আহিছে—ইয়াৰ বাহিৰে আমি আগধৰি "ভাৰতীয়"—এই "শ্লোগানে" ( Slogan ) মুখত "ভাৰতীয়" পেটত "পৰকীয়া" কৰি অজীৰ্ণ ৰোগত ভোগাব।

৯২। আপুনি আগতে সংৰক্ষিণী নীতিত চলি আহি এতিয়া সৰ্ব্ব-ভাৰতীয় আৰু আন্তৰ্জ্জাতিক দৃষ্টিভঙ্গীৰে সকলো সমস্যা চাবৰ নিমিত্তে কিয় উপদেশ দিছে ?

চকুৰ ছানি গুচাবৰ বাবে এই এক কথা, আনটো হৈছে সুদীৰ্ঘ জীৱনত নানা অভিজ্ঞতাৰ মাজেদি অহাৰ ফলত, কূপমণ্ডুক সাগৰত গৈ পৰাৰ বাবে। তাতোকৈ বিপ্লৱী দৃষ্টিত দেখা গৈছে বিজ্ঞানে সময় আৰু দেশৰ ব্যৱধান ৰাজনৈতিক ঋষি বাৰ্কে কাহানিবাই দেখা দৰে—নাইকীয়া কৰি আনিছে। যেনেকৈ ওচৰ চপাই আনিছে, আনহাতে, কলহে কলহে ঠেকা খোৱাৰ দৰে, মুহূৰ্ত্ততে ধুলিস্মাত কৰিব পৰা আণৱিক বোমা কেতিয়া গাতে ফুটে এই আশঙ্কা প্ৰতি মুহূৰ্ত্তে বাঢ়িছে। সাতে সোতৰে, মানুহৰ জ্ঞানে গৰকা মনে, এতিয়া সকলো সমস্যা শান্তি সহনশীলতা, এৰা-ধৰা, দানবীয় নিষ্ঠুৰতা এৰি, মানবীয় স্নেহ-মমতাৰ মাজেদি সমাধান কৰাই শ্ৰেয় বুলি ভাবিছো। অত কালৰ ঐতিহাসিক বিভ্ৰান্তিৰ বাবে পথ এতিয়াও পৰিষ্কাৰ ভাবে দেখা পোৱা নাই। কিন্তু বতৰ যে সদায় ওন্দোলাই থাকিব নোৱাৰে, মুকলি হবই, এই আকাঙ্ক্ষাও মানুহৰ স্বাভাৱিক বিশ্বাস।

### ঃ নিৰস্ত্ৰীকৰণ আৰু বিশ্বশান্তি ঃ

৯৩। সদৌ পৃথিবীৰ নিৰস্ত্ৰীকৰণ আৰু বিশ্বশান্তি স্থাপনৰ কাৰণে বিভিন্ন দেশে কি ৰূপে ভূমিকা ল'ব লাগে বুলি আপুনি ভাবে ? এই বিষয়ে আপুনি কিবা পৰামৰ্শ আগবঢ়াবনে ?

"দ্বিতীয় মহাসমৰ" পৃথিৱীৰ পৰা যুদ্ধ-বিগ্ৰহ একেবাৰে শেষ কৰিবৰ বাবে দৰকাৰ বুলি জাতিসকলে ভবাৰ সময়ত, আমি বাতৰি কাকতত লেখিছিলো যে ছলে ছল কঢ়াব দৰে, যুদ্ধই যুদ্ধৰ বিৰতি নানে, বৰং তাৰ স্পৃহাহে বঢ়াব। পৃথিৱীত শান্তি আনিবলৈ হ'লে আমি তিনিটা সম্পাদকীয় মতামত দি ক্ৰমে

তিনি সংখ্যাত লিখিছিলো। প্ৰথমতে জাতি সঙ্ঘক (League of Nations) সক্ৰিয় কৰিব লাগিব, দ্বিতীয়তে—সেযে হৈ উঠিলে, দেশসমূহ নিৰস্ত্ৰীকৰণ কৰিব লাগিব, তাৰ পাছত কোনো মধ্যস্থলত এটা আন্তৰ্জ্জাতিক পুলিচ বাহিনী জলে, স্থলে, বিমান পথে কাম কৰিব পৰাকৈ স্থায়ীভাবে ৰাখিব লাগিব। সেইটো আন্তৰ্জ্জাতিক ভাৱে সকলো দেশৰ সৈন্য-সামন্ত লৈ গঠিত হ'ব লাগিব। তেতিয়া যদি কোনো এখন দেশে আকৌ অস্ত্ৰধাৰী হৈ আন এখন দেশক আক্ৰমণ কৰিব খোজে, এই আন্তৰ্জ্জাতিক বাহিনীয়ে সৈনিকৰ ঠাইত পুলিচৰ কাম কৰিব। অৰ্থাৎ আক্ৰমণকাৰীক আক্ৰমণ নকৰি, পুলিছে বাধা দি শান্তি ৰক্ষা কৰাৰ দৰে কাম কৰিব। আজি U N. O. বা সংযুক্ত ৰাষ্ট্ৰসংঘই সক্ৰিয়-ভাৱে এই আদৰ্শ আগত ৰাখি কাম কৰিবলৈ ধৰিছে যদিও আগবাঢ়িব পৰা নাই। তাৰ কাৰণ, মুখেৰে এই আদৰ্শ আৰু নীতি গ্ৰহণ কৰিও, কিছুমান ধন-তান্ত্ৰিক সাম্ৰাজ্যবাদী তলে তলে ঔপনিবেশিক মনোভাব লৈ কাম কৰা দেশ-বিলাকৰ চৰকাৰে আৰু স্বাৰ্থপৰ ক্ষমতাপন্ন নেতৃত্বই এই কামত নানা উপাযে গৌণভাৱে বাধা দিছে। মহাত্মাৰ আদৰ্শ আৰু অহিংস পদ্ধতিৰে আজি কুৰি বছৰৰ ভিতৰত এচিয়া আৰু আফ্ৰিকাৰ জাতিসমূহে. এই আদৰ্শত অনুপ্ৰাণিত হৈ কাম কৰাত, এই দুই মহাদেশৰ সাম্ৰাজ্য আৰু উপনিবেশবিলাক গৰা খহনীয়া দিবলৈ ধৰে। প্ৰৱল জাতীযতাবাদী, স্বাধীনতাকামী দেশবিলাক আৰু প্ৰতীচ্য দেশৰ কবলত নপৰে। তেওঁলোকে তাৰ বাবে দূৰৰ পৰা "গৃহ কন্দল" ( যেযে নলগাওক বা যি কাৰণতেই নহওক ) চাই আছে বা মাজে সময়ে ভাঙি দিবলৈ বিচাৰিছে অন্ততঃ জগতক তেনে ভাৱ দেখুৱাইছে। আমি দুবাৰ দুখন বিশ্বশান্তি পৰিষদত যোগদান দি যি দেখিলো, যি ধৰণৰ আলোচনা শুনিলো, সৰ্ব্বজাতি, সৰ্ব্বধৰ্ম্ম ভাষা-ভাষী সকলৰ প্ৰতিনিধি সকলে, যিটো আন্তৰিকতা, সহানুভূতি, মিলনৰ আগ্ৰহ দেখুৱালে, নিৰস্ত্ৰীকৰণ বিশ্বশান্তি স্থাপনৰ বিষযে, ইযাৰ বিপক্ষে কাৰ্য্যস্থলত চলা নিজ নিজ গৱৰ্ণমেণ্টকো যিদৰে নিৰ্ভীক ভাৱে সমালোচনা কৰিলে তাৰ পৰা আমাৰ বিশ্বাস আৰু বদ্ধমূল হৈ আহিছে যে নিৰ্ব্বলী জাতিবিলাকে ক্ৰমে নৈতিক বল পাব। আৰু ইতিমধ্যে পোৱাৰ লক্ষণেই নহয়, পাইছেও। সেইদৰে যান্ত্ৰিক যুগৰ আণৱিক আৰু অন্যান্য যান্ত্ৰিক শক্তিৰ পশুবলেৰে বলীযান জাতিসকল, এই নৈতিক বলৰ ওচৰত ক্ৰমাৎ চাৰ্কাছৰ "ৰিং মাষ্টৰৰ" চাবুক ডালৰ কোবত দূৰতে লেতুসেতু হোৱা সিংহ, বাঘ, হাতী, ঘোৰা আদি জন্তুৰ দৰে সেও হ'বই হ'ব। পৃথিবীৰ মনীষী সকলে, বিশ্বজনিন অনুষ্ঠানবিলাকে, যেনে, ৰাষ্ট্ৰসংঘ, ইউনেস্ক (মনিষাৰ অনুষ্ঠান)

বিশ্ববিচাৰালয় (World Court), বিশ্বশান্তি পৰিষদ, মানুহৰ মৌলিক অধিকাৰ (Human Right) স্বীকাৰ কৰা আন্তৰ্জাতিক সন্থা, বিনা কাৰণত নিৰস্ত্ৰ, নিৰুপায়, নিৰ্দোষ মানুহৰ ৰক্তপাত কৰা আন্তৰ্জাতিক দোষণীয় নীতি থকা সত্বেও, এইবিলাক অনুষ্ঠান আজি অত বছৰে সক্ৰিয়ভাৱে কাম কৰি অহাৰ পাচতো, আজি এই বিলাক অনুষ্ঠানক উলাই কৰি শক্তিমন্ত দেশবিলাকেও চকুৰ আগতে চাই থাকিও, সমস্ত পৃথিবীৰ সকলো হিংস্ৰ বন্য জন্তুৱেও বধ কৰিব নোৱাৰা পূৰ্ব্ববঙ্গৰ প্ৰায় ত্ৰিশ লাখ নিৰস্ত্ৰ নিৰ্দ্দোষী মানুহক এই কেইদিনৰ ভিতৰতে, এজন মানুহৰ বেশে দৈত্যৰাজৰ বৰটোপৰ মুখেৰে বন্দুকৰ নলীৰে ৰক্তপান কৰি তৃপ্তি লাভ কৰিছে, আৰু এই অনুষ্ঠানবিলাকে চাই থকাৰ বাহিৰে একো কৰা নাই। গতিকে, জগতখনকেই ধ্বংস কৰিবলৈ ওলোৱা, এনে জীৱন মৰণ সমস্যাৰ বিষয়ে, ইমান বিলাক শান্তিকামী অনুষ্ঠানে অহো-পুৰুষাৰ্থ চেষ্টা কৰিও বিমোৰ হ'বলগীয়া অৱস্থাত পৰা সময়ত পৰামৰ্শ বুলি আমাৰ মুখত ওলালেও, সি ধৃষ্টতাৰ বাহিৰে আন একো হ'ব নোৱাৰিব। কিন্তু আমাৰ এটা পৰামৰ্শ নিঃসন্দেহে দিব পৰা বস্তু বুলি ক'ব খোজো। উপৰুক্ত আন্তৰ্জ্জাতিক অনুষ্ঠান বিলাকৰ আত্মশক্তি অসম্ভাৱিতৰূপে বাঢ়িব, যদিহে জগতৰ মনিষা, নাৰী শক্তি, নিজ সন্তান সকলক মাতৃ জাতিয়ে বৰটোপৰ খাদ্য হ'বলৈ নিদিওঁ বুলি যমক পৰাস্ত কৰা সাৱিত্ৰীৰ তেজ দেখুৱায়, তৰুণ শক্তিয়ে যুদ্ধ-বিগ্ৰহত যোগ নিদিওঁ বুলি নিজৰ দুই বাহুৰ বেষ্টনীৰ মাজত অচল অটল হৈ থিয় হ'বলৈ ধৰে, দুৰ্ব্বল জাতিবিলাক একেলগ হৈ আত্মবলৰ অহিংস অস্ত্ৰেৰে সজ্জিত হৈ "অণুৱেও" নেদেখা আত্মবল প্ৰয়োগ কৰে, জগতৰ মানৱ ধৰ্ম্মৰ জয় সুনিশ্চিত, পশুবলৰ ক্ষয় অৱশ্যম্ভাৱী।

এই বিষয়ে আৰু একেষাৰ ক'ব পাৰো। আমাৰ বিশ্ববিদ্যালয়বিলাকে, ওপৰত উল্লেখ কৰা আন্তৰ্জাতিক অনুষ্ঠানবিলাকৰ সংক্ষিপ্ত সংস্কৰণ হিচাবে বিশ্ববিদ্যালয়ৰ পৱিত্ৰ বাণী তীৰ্থ স্থানত প্ৰচাৰ কৰিলে অৰ্থাৎ স্থায়ীভাবে সেই বিলাকৰ একো একোটি আলোচনাচক্ৰ কৰিলে, সেয়ে বিশ্বশান্তিৰ অগ্ৰদূত হৈ পৰিব বুলি বিশ্বাসেৰে ক ব খোজো। এয়ে কল্কিৰ শেষ, আগন্তুক সত্য যুগৰ সূচনা দিব।

## ঃ পৰ্ব্বত-ভৈয়াম মৈত্ৰীৰ বিষয়ে অভিমত ঃ

৯৪। **পৰ্ব্বত-ভৈয়ামৰ মাজত সম্প্ৰীতি অক্ষুণ্ণ ৰাখিবৰ কাৰণে ৰাজ্য চৰকাৰে আৰু জনসাধাৰণে কি ধৰণৰ ব্যৱস্থা লোৱা উচিত ? এই বিষয়ে অলপ ক'বনে ?**

প্ৰথমতে এই বিষয়ে পৰ্ব্বতীয়া ভাইসকলক মনস্তত্বৰ ফালৰ পৰা চাব লাগিব। তেওঁলোক, ঘাইকৈ স্বাধীনচিতীয়া। গতিকে আত্মাভিমানী লোক আচুতীয়া ভাৱাপন্ন। তেওঁলোকৰ আচাৰ-ব্যৱহাৰ সম্পূৰ্ণ স্বকীয়া, খোৱা-লোৱাত কোনো বাধা নাই, বহা-মেলাত ওপৰ-তল নাই, জাত-কুল ভাবিবই নোৱাৰে, ভালত ভাল, বেযাত যমকাল। তেওঁলোকৰ লগত চলিব জানিলে "মিতুৰ, মিতা" নাজানিলে অলপ কথাতে জকি উঠা বিধৰ। গতিকে তেওঁলোকৰ লগত চলিব জানিলে তেওঁলোকৰ আদৰ-সমাদৰ লেৰেলা নহয়, আন্তৰিক। আলহী সোধাত বৰ চঁেপাহ। মিতিৰৰ ভাও ধৰি, মুখে থাক্ থাক্, ভৰিৰে নাও নেঠেলে। অস্পৃশ্যতা তেওঁলোকে বুজিকে নাপায, কাৰো হাতে কোনোৱে নোখোৱা, তেওঁলোকৰ মাজত গছত গৰু উঠা, হোলোঙাৰে কাণ বিন্ধা কথাৰ দৰে ভাবিব নোৱাৰা কথা। বহা-মেলাত কোনে মেৰচৰা, কোনে পাটিচৰা কোনে কঠত বহিব, এনেবোৰ নিযম তেওঁলোকে হাঁহিযাতৰ কথা বুলি ধৰে। তেওঁলোকৰ সমূহীয়া কামবিলাক, সমাজৰ নিযম-কানুন প্ৰকৃত গণতান্ত্ৰিক। আনহাতে "চাঙৰ" ৰজা গাঁওবুঢ়া আদি বাব থকা লোকসকলৰ কথা বামুণৰ মুখে বেদ বোলাৰ দৰে মানিবই লাগিব। মোক নুচুবি, তেওঁৰ লগত নাখাবি, নবহিবি এনেবিলাক কথাত তেওঁলোক আচৰিত হয। গতিকে তাৰ ঠিক বিপৰীতে চলা, আমাৰ আন্তৰিক নহলেও, বাহ্যিক ৰক্ষণশীল সমাজে, তেওঁ-লোকক আপোন কৰি ল'ব নোৱাৰি, এতিয়া এৰি দি খেদি ধৰিবলৈ বিচাৰিলে কি হ'ব ? মহাপুৰুষে যি নগা সমাজৰ এজনক শুদ্ধাচাৰ বিহি "নাম কথাত" তুলি নৰোত্তম আতৈ কৰি লোকক শৰণ ভজন দিব পৰা কৰিলে, পৰৱৰ্ত্তী গুৰু গোসাঁইসকলে তেওঁলোকক শৰণ দি কি কৰিলে সাধাৰণ ফকৰা এটাই তাৰ মৰ্ম্ম বুজাইছে। এতিয়াৰ গোসাঁই সকলে "শৰণ ল"। উত্তৰত "হোৱাতে থ", এনে বিধৰ কথা হৈ পৰিল। তাৰ ফলত খৃষ্টান মিশ্যনেৰীসকলে যেতিয়া তেওঁলোকৰ মাজত সোমাই ঘৃণাৰ ঠাইত মহাপ্ৰভু যীশুৰ "প্ৰেম" সম্পূৰ্ণ

আন্তৰিকভাবে দিব পৰা নাছিল যদিও, আনুষ্ঠানিক ভাৱে দিবলৈ ধৰিলো, ব্যৱহাৰত ক্ৰমে ওচৰ চপাই আনিলে, শিক্ষাৰ পোহৰ দিবলৈ ধৰিলে, তেতিয়া স্বভাৱতে তেওঁলোকে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰি আজি সকলো ক্ষেত্ৰতে আগভাগ ল'ব পৰা হৈ উঠিল। আমাৰ গুৰু-গোসাঁইসকলে যদি মহাপুৰুষে কৰা নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ "আতৈ" কৰিবলৈ ধৰিলেহেঁতেন, দৈনন্দিন আচৰণৰ মাজেদি যদি প্ৰকৃত দীক্ষা দিলেহেঁতেন, তেতিয়া খৃষ্টান মিশ্যনেৰীসকল তেওঁলোকৰ মাজত সোমাবলৈ সুৰুঙাও নেপালেহেঁতেন। খৃষ্টান ধৰ্ম্মাৱলম্বী সাম্ৰাজ্যবাদী প্ৰতীচ্য জাতিসমূহে যদি ধৰ্ম্মৰ বেষ্টনীত তেওঁলোকক সুমাই লৈ, সাম্ৰাজ্যবাদী এজন ইংৰাজ শাসনকৰ্ত্তাই ভবা দৰে **"These animists are, to all intent and purposes, gradually becoming Christians and they will be move with us than with Indians"** এই উদ্দেশ্য ভিতৰি ভিতৰি সিদ্ধি কৰিবলৈ নিবিচাৰিলেহেঁতেন, এই মনোভাৱ তেওঁলোকৰ মাজত বিস্তাৰ কৰি **"de-Indianised Christian"** কৰিবলৈ নিবিচৰা হ'লে, ভূতপূৰ্ব্ব ৰাজ্যপাল শিক্ষাবিদ নমস্য হৰেণ মুখাৰ্জ্জীৰ দৰে খৃষ্টান সমাজ গঢ়িলেহেঁতেন। সকৰে পৰা এই প্ৰতীচ্য দেশৰ মিশ্যনেৰী সকলৰ সংশ্ৰৱত ডাঙৰ দীঘল হৈ স্বভাৱতে **Europeanised** বা **Americanised** নহলহেঁতেন। ধৰ্ম্মান্তৰে তেওঁলোকক ধৰ্ম্মান্তৰতকৈও অবাঞ্ছণীয মনান্তৰ ক্ষেত্ৰলৈ নি আমাৰ বুকৰ পৰা আঁতৰাই নিব নোৱাৰিলেহেঁতেন। এতিয়া তেওঁলোকে যেতিয়া ভৈয়ামৰ সৈতে সমকক্ষ হৈ উঠিছে, শিক্ষিত সমাজত থকা-মেলা, খোৱা-লোৱা, চলন-ফুৰণ সম্পূৰ্ণৰূপে প্ৰতীচ্য ভাবাপন্ন হৈ পৰিছে, ৰাজনৈতিক ক্ষমতা লাভৰ স্বাভাৱিক আকাঙ্ক্ষাই মন অধিকাৰ কৰিছে—আমাৰ অদূৰদৰ্শিতাই তাৰ ইন্ধন যোগালে। এতিয়া থালি-ভগা জুই খেদাৰ পৰা পিতনিত পৰাৰ হে ভয়, ধনৰ টেকেলি পোৱা নাযাব। এতিয়া ভাৰতীয় অন্যান্য ৰাজ্যৰ লগত ঐক্য সংহতি ৰক্ষা কৰিবলৈ যিবিলাক উপায় অৱলম্বন কৰা হৈছে, কৰাটো অপৰিহাৰ্য্য—জ্ঞানে গৰকা কাম হ'ব, পৰ্ব্বতীয়া ৰাজ্যতো সেই কথা আৰু অপৰিহাৰ্য্য হৈ উঠিছে। গতিকে পূৰ্ব্বৰ পৰাও সূক্ষ্মভাৱে কাম কৰি অহা উৎসৱাদিৰ মাজে, আচাৰ-ব্যৱহাৰ, ভাষা-সাহিত্য, কলা-সংস্কৃতিৰ আদান-প্ৰদানৰ মাধ্যমেৰে একেখন "মনোৰাজ্য" বা "মনৰ সাম্ৰাজ্য" মিলা-প্ৰীতি, মৰম-স্নেহৰ সুদৃঢ় ভেটিত স্থাপন কৰা উচিত। তেতিয়া ৰাজনৈতিক ফাটবিলাক ক্ৰমে মচ খাই আহিব।

আজি শিক্ষা, সংস্কৃতি, ৰাজনীতি, সমাজনীতিও যথেষ্ট আগবাঢ়ি অহা, স্বাধীনতাৰ সদায় মোল বুজি উঠা, পৰ্ব্বতীয়া ভাইসকলৰ লগত ৰাজনৈতিক

সমস্যাবিলাক তিল তৰ্জ্জুৰে তিলটোলৈকে হীনদেৰি বিচাৰ কৰি সমাধান কৰাৰ দিন নাই। এতিয়া একঠা কম বেছিয়েই হওক, দোণমূৰীয়াকৈ জুখিবৰহে দিন। যান্ত্রিক যুগৰ (যাক ভুলকৈ বৈজ্ঞানিক যুগ বোলা হয়) অভ্ৰভেদী অট্টালিকা নিজ ভৰতে এদিন হুৰ হুৰকৈ ভাগি ধূলিস্যাৎ হবই হব। আৰু অৰ্দ্ধশতাব্দীৰ ভিতৰত কল-কাৰখানাৰ আবৰ্জ্জনা আৰু কলে বতিওঁৱা পানীবিলাকে পাৰাপাৰ নেদেখা সাগৰৰ পানীসোপাকো বিষাক্ত কৰি তুলিব, আবৰ্জনাৰ গোন্ধত থাকিব নোৱাৰা হ'ব। এইটো আন্তৰ্জাতিক বৈজ্ঞানিকৰ মত। এতিয়াই ধনী দেশবিলাকত লক্ষপতি, ক্রোড়পতিসকলৰ মাজতহে মস্তিষ্ক বিকৃত হোৱাৰ আনুপাতিক সংখ্যা সৰ্ব্বোচ্চ। কেমিকেল সাৰ দিয়া শাক পাচলিৰ লগত বিষাক্ত আহাৰে পেটৰ নানা ব্যাধি অনা বুলি বৈজ্ঞানিক মত সাব্যস্ত হবলৈ ওলাইছে। গতিকে যান্ত্রিক সভ্যতাই ধ্বংস কৰাৰ পাচত প্ৰকৃত বিজ্ঞানৰ যুগ দেখা দিব। তেতিয়াৰ বিজ্ঞানেও ক'ব "যান্ত্রিক যুগৰ যন্ত্রণাৰ পৰা ৰক্ষা পালো। এতিয়া অণু-পৰমাণুৰো "অণু" আত্মানুভৱ কৰিবলৈ ধৰো।" তেতিয়া মানুহে দানবীয় বস্তুৰ দম খহাই, মানবীয় বিভূতিবিলাক দেখা পাব। তাৰেই সুশোভিত হৈ পৰমানন্দলোক সৃষ্টি কৰিব।

ঐক্য সংহতিয়ে যে পৰ্ব্বত ভৈয়ামৰ মিলনক্ষেত্ৰ, এই কথা আমাৰ দিনে বিশ্বাসৰ বস্তু হৈ পৰিছে। সন্ত বিনোৱাই স্থাপন কৰা উত্তৰ লক্ষীমপুৰৰ "মৈত্ৰী আশ্ৰমেই" তাৰ সাক্ষী। আমি নিজে দেখা কথা। তাত "নেফাৰ" বৰ্তমান অৰুণাচলৰ বিভিন্ন উপজাতিৰ ছোৱালীয়ে আশ্রমৰ খোৱা-লোৱা, থকা-মেলা, কামকাজ, আচৰণ ৫।৬ মাহ মানতে আয়ত্ত কৰি, অভ্যাস কৰি, ভৈয়ামৰ বাই-ভনীসকলৰ লগত সম্পূৰ্ণৰূপে জাহ যায়। চিনিব নোৱাৰি, ভৈয়ামৰেই নে পৰ্ব্বতৰেই। আমি নিজে তেনে এখনি মিতুৰ আশ্ৰম "নাগালেণ্ডৰ" ওচৰত নগাবাটত স্থাপন কৰি দেখিছো, যোৱা পাঁচ বছৰে সমস্ত "লোথা ৰেঞ্জ"ত সীমা মূৰিযলি অসমীয়া গাঁও আৰু তেওঁলোকৰ ভিতৰত কোনো সংঘৰ্ষ ঘটা নাই। সোৱণশিৰী সমিতিয়ে ৬০।৭০ জন ছাত্রছাত্ৰীক আমাৰ ল'ৰা-ছোৱালীৰ সতে চিনিব নোৱাৰা কৰি ৰাখিছে। তেজপুৰত নিকামুল সত্ৰৰ অধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামী দেৱৰ সত্ৰত থাকি নাম কীৰ্ত্তন, লেখাপঢ়া কৰা ছাত্ৰসকলক চালেই হ'ব। গতিকে, "মিতুৰ আশ্রমত" ৱেলফেয়াৰ মন্ত্ৰী শ্ৰীমতী পদ্মকুমাৰী গোহাঁইক নগা ভাই এজনে কোৱা কথাই সঁচা। তেওঁ কৈছিল "তুমি আই, আমাক মৰম কৰিবি। জামাদাৰ বাবুকে সোধ, 'মিতুৰ আশ্ৰম" হবৰ পৰা, আমি আহিছে, থাকিছে একেলগে, ঘিণ নকৰিছে। এতিয়া আমাৰ হলে গদাধৰ

বজাৰ দিনৰ "মিতুৰ" যেন লাগিছে। এই কেই বছৰে অসমীয়া আৰু আমাৰ মাজত কোনো গোলমাল নহৈছে।" এয়ে আঁচল কথা। ঐক্য-সংহতিৰ ফালিব নোৱাৰা যজ্ঞা আঙুলিটো। এই ঐক্য সংহতি ৰক্ষা কৰা কামত উভয় ৰাজ্যৰ চৰকাৰে যথেষ্ট সা-সুবিধা আৰু অৰ্থ সাহায্য দি সমৰ্থন কৰিলে যথেষ্ট সুফল পোৱা যাব পাৰে। কিন্তু, ই ঘাইকৈ সমাজৰ কামহে। এই কামত দেহে-কেহে লাগি থকা কেইজনমান সেৱক-সেৱিকাৰ দৰকাৰ। ঐক্য সংহতি কোনো সংবিধানত বা আইন কানুনত নাই। ই অন্তৰৰ সংগোপন ঠাইত দেখা দিয়া আত্ম-অনুভূতি, মানৱ ধৰ্ম্মৰ মঠ-মন্দিৰ, গীৰ্জা-মছজিদ। তাত অজামিলৰ মুখতো ৰাম নাম ওলাব। ঐক্য-সংহতি মুখৰ কথা নহয়, আচৰণৰ চুম্বক লো।

### ঃ সংবাদপত্ৰ সংগঠনৰ বিষয়ে অভিমত ঃ

৯৫। আপুনি কেবাখনো সংবাদপত্ৰৰ সংগঠন আৰু সম্পাদনা কামত সংশ্লিষ্ট আছিলে আৰু দীৰ্ঘদিনৰ সাংবাদিকতাৰ অভিজ্ঞতাৰ পৰা আমাৰ দেশৰ বাতৰি কাকতসমূহ আৰু সাংবাদিকসকলৰ নিৰ্ভিক সংবাদ পৰিৱেশন কৰাৰ কাৰণে কি ধৰণৰ ভূমিকা লোৱা উচিত ?

আমি যেতিয়া সংবাদপত্ৰৰ লগত সংশ্লিষ্ট আছিলো, সেই কাম "ব্যৱসায় বুদ্ধিত" হাতত লোৱা নাছিলো। এটা আদৰ্শগত প্ৰেৰণাই আমাক তালৈ ঠেলি নিছিল। অসমৰ প্ৰথম "দৈনিক বাতৰি" সম্পাদন কামত প্ৰথমতে ৰাতি ১।২ বজালৈকে খাটিও ডেড়শ টকাহে পাইছিলো। তাৰ বাবে আমি অসন্তোষ প্ৰকাশ কৰা নাছিলো। অসমত এখন দৈনিক বাতৰি কেনেকৈ চলাব পাৰি, এয়ে আমাৰ প্ৰধান ধাউতি আছিল। সম্পাদনাত পূৰ্ণ স্বাধীনতা অক্ষুণ্ণ ৰাখিছিলো। বৃটিছ শাসনৰ কালত কলিকতাত দেশৰ সৰ্ব্বপ্ৰকাৰ মঙ্গল সাধন কৰিবলৈ জাতীয়তাবাদী যি কেইখন খবৰ কাগজ চলিছিল, তাৰ মূলতেই আছিল দেশসেৱাৰ আগ্ৰহ, ব্যৱসায় বুদ্ধি নহয়। যথাৰ্থতে, আমি যেতিয়া সংবাদপত্ৰ এখনক দেশৰ "মুখপাত্ৰ" বুলি কওঁ, তেতিয়া সি "পেটৰ চৰ্ব্বত"

চলোৱা বস্তু হ'ব নোৱাৰে। এজন সাংবাদিকৰ কাম আৰু গুৰুত্বপূৰ্ণ বুলি কব লাগিব। "ৰাজহুৱা মত আৰু ফটাজাল'' য'ত সমান বোলা হয়, অথচ ৰাজহুৱা মতৰ ওপৰতে গণতন্ত্ৰৰ স্থিতি, তেনে ৰাজহুৱা মত ছালি-জাৰি মলখু উলিয়া কাম যাৰে তাৰে হ'ব নোৱাৰে। তাৰ বাবে চালনী মৰা হাত আহিবও লাগিব। সাংবাদিকৰ ঘাই কাম বা-বাতৰি-যোগান ধৰাই নহয়, ৰাজহুৱা সুস্থমত সৃষ্টি কৰিব পৰাটোহে ঘাই কাম। সাংবাদিকে "কল ঠোকা বাদুলিয়ে খোৱাৰ পৰা ৰাজভগনৰ দিনৰ কথাও'' সমালোচনা কৰিব লাগে। গতিকে, তেওঁলোকে উৰা বাতৰিৰ পৰা মাখিটোও সোমাব নোৱাৰা ৰজাঘৰীয়া মন্ত্ৰণালয়ৰ বাতৰিলৈকে সন্ধান ৰাখি, এটা সুস্থ সৱল ৰাজহুৱা মত সৃষ্টি কৰি গণতান্ত্ৰিক ক্ষমতাৰ সমতা ৰক্ষা কৰা কাম সহজ নহয়। তাত সাংবাদিকৰ ব্যক্তিগত অনুসন্ধিৎসা, স্বাধীন চিন্তা, আদৰ্শমুখী সিদ্ধান্ত, নিৰপেক্ষ সমালোচনা আদি গধুৰ দায়িত্ব সোমাই আছে। গতিকে, বৰ্ত্তমান সময়ত, প্ৰায়েই ব্যৱসায় বুদ্ধিৰে চলোৱা স্বত্বাধিকাৰীসকলৰ মন যোগাই কাম কৰিবলৈ হলে, সংবাদপত্ৰৰ 'স্বাধীনতা'' বোলা কথাষাৰৰ কোনো মূল্য নাথাকে। তদুপৰি, আজ্জি-কালি ৰাজনৈতিক নানা দল-উপদলৰ সৃষ্টি হৈছে। সেইদল-উপদলবিলাকৰ দেখাতে, স্থিৰ আদৰ্শ নাই। পোকে খোৱা গৰুৰ দৰে ধৰফৰাই এবাৰ ইফালে, এবাৰ সিফালে যাওঁতেই অস্থিৰ হৈ উঠে। প্ৰতীচ্য দেশৰ সুস্থিৰ আদৰ্শমুখী দলগত সংবাদপত্ৰ আমাৰ দেশত এতিয়াও জুলীয়া অৱস্থাত, গোট-মৰা নাই। গতিকে, আমাৰ বিবেচনাত, বৰ্ত্তমান সময়ত স্বত্বাধিকাৰসকলে, তেওঁলোকৰ নিজৰ মতত চলিব নলগাকৈ সম্পূৰ্ণ স্বাধীন এখন সাংবাদিক সম্থাৰ যোগে সাংবাদিক সকল জাতীয়তাবাদী হৈ জনতাৰ 'মতামতৰ ভেটিত গণতান্ত্ৰিক ৰাজহুৱা মত স্বাধীন চিন্তাৰ পৰিৱেশত সৃষ্টি কৰা উচিত। বৰ্ত্তমান সময়ত ৰাজ অনুগ্ৰহ বিচৰা ব্যৱসায় বুদ্ধি থকাসকলৰ ব্যৱসায়ৰ বস্তু হৈ উঠা, সংবাদ-পত্ৰৰ বেছি ভাগেই, জনতাৰ মতামত ছালিজাৰি শুধ মলখুখিনি উলিয়া বিধৰ বুলি কবলৈ পোৱা হলে ভাল পালোহেঁতেন। মুঠতে সাংবাদিকসকলে সম্পূৰ্ণ স্বাধীন এখন সম্থাৰ যোগে, স্বত্বাধিকাৰীসকলৰ আদেশ নিৰ্দ্দেশৰ তলতীয়া নহৈ, সংবাদপত্ৰ খনৰ আদৰ্শ আৰু নীতিলৈ লক্ষ্য ৰাখি, আনহাতে নি'ৰ ৰুচিমতেও নহয়, জনতাৰ স্বাৰ্থ অক্ষুন্ন ৰাখিবলৈ নিজ দায়িত্ব পালন কৰিবলৈ স্থিৰ সংকল্প লোৱা উচিত।

## ঃ তৰুণ সমাজৰ বিষয়ে অভিমত ঃ

**৯৬। বৰ্ত্তমান অব্যৱস্থিত-চিত্ত তৰুণ সমাজক আপুনি কি উপদেশ দিয়ে ?**

মোৰ আজন্ম সাধনা আৰু দেশসেৱাৰ প্ৰেৰণাৰ উৎস তৰুণসকলে, এই তৰুণ শক্তি নেতৃত্বৰ দোষত, যিটো নিৰাশাৰ হা-হুমুনিযাহ আৰু আধাপেটী অৱস্থাত যি কিটা দুৰ্ব্বল খোজ দিয়া মই দেখো, তেতিয়া মই আন্তৰিকতাৰে অতি দুখ পাওঁ। এনে অৱস্থাত তেওঁলোকে বিপথে যোৱা বা অশান্তিৰ সৃষ্টি কৰা মই বিশ্বাসেৰে ভাবো, তেওঁবিলাকে নিজে কৰো বুলি কৰা কাম নহয়। ই বিমোৰ অৱস্থাত হোৱা স্বাভাৱিক কথা। এই অৱস্থাৰ পৰা উদ্ধাৰ পাবলৈ তেওঁলোকৰ স্বাধীনতা যুদ্ধত যিদৰে এজন মহামানৱে আদৰ্শৰূপে কাম কৰিছিল আৰু সেই যুগৰ তৰুণ শক্তিয়ে যিদৰে অতি শ্ৰদ্ধাৰে পালন কৰিছিল, ককা হৈ নাতিসকলক উপদেশ দিব খোজো যে আকৌ মহাত্মাক আগত ৰাখি —যেনে চোভিয়েট ৰাচিয়াই এতিয়াও মহামতি লেনিনক আগত ৰাখি, তৰুণ শক্তিয়ে দেশ সংগঠন কৰি আছে—আমাৰ ডেকাসকলক সেইদৰে দেশ নিজৰ ৰুচিমতে আৰু আমাৰ জাতীয় আদৰ্শক সুজাকৈ দৰিদ্ৰ দেশে বলে পৰাকৈ, অথচ বৰ্ত্তমান যুগত খাপ খোৱাকৈ, শিক্ষাগুৰুসকলৰ সহায় লৈ, নিজৰ নেতৃত্ব তৈয়াৰ কৰিবৰ চেষ্টা কৰে ইযাকে কামনা কৰো। প্ৰযোজন হলে জাতিৰ জনক ( Father of the Nation ) মহাত্মা গান্ধীৰ আদৰ্শমতে নিৰুপদ্ৰৱ অসহযোগ আন্দোলনৰ ( Non-violent movement ) মাজেদি যদি তৰুণ শক্তিৰ আৰু দেশৰ ভৱিষ্যৎ গঢি তোলাৰ প্ৰযোজন হয়, তাতো মোৰ আন্তৰিক সমৰ্থন থাকিব। কেৱল গোটেইবোৰ কাম শান্তিপূৰ্ণ ( Peacefully ) ভাৱে কৰিব লাগিব।

**৯৭। নক্সালপন্থী কাৰ্য্যকলাপ বন্ধ কৰাৰ উপায় হিচাবে চৰকাৰৰ কি কি ব্যৱস্থা লোৱা উচিত ?**

এই বিষযটো কেৱল চৰকাৰে বা সমাজে অকলৈ গাইগুটীয়া ভাৱে সমাধান কৰা টান। কাৰণ নক্সালপন্থী বুলি যিবিলাকক অভিহিত কৰা হৈছে, তাৰ ভিতৰত "মাওবাদী" (Mao Cult) লোক মোৰ বোধেৰে সংখ্যাধিক্য নহব,

কিন্তু বৰ্ত্তমান সময়ত যিবিলাক ডেকাই "বেকাৰ" হৈ নিজৰ জীৱন অন্ধকাৰময় দেখিছে, আনহাতে ৰাজনৈতিক দল বিলাকে একৰকমে চাই আছে আৰু নিজৰ ভিতৰত দলগত সংঘৰ্ষৰ মাজত এই অৰাজকতাৰ বাবে, জানোচা তেওঁলোকে নিজৰ দল প্ৰকাৰান্তৰে শক্তিমন্ত কৰি তুলিব পাৰে, তাৰ কাৰণে একৰকম উদাসীনতা দেখুৱাৰ বাবেও, আগ পাছ নুগুণা, আনহাতে নিবনুৱা হৈ, দেখাত কষ্ট ভোগ কৰা, স্থানীয় কিছু কিছু ডেকাই এই অৰাজকতা সৃষ্টি কৰিছে। আনহাতে তাৰে সুযোগলৈ সদায় দুৰ্বৃত্তৰ কাম কৰা আৰু উশৃঙ্খলতা দেখুৱাই অহা, চুৰি, ডকাইতি, জেপলুকুকা (Anti Social Element) বিলাকে এই সুযোগত এই অৰাজকতাৰ ইন্ধন যোগাইছে। ইয়াৰ প্ৰতিকাৰ—মই ভাবো, যিবিলাক লোকে ৰাজনৈতিক অৰাজকতাও সৃষ্টি কৰিছে, তেওঁলোকে এই সময়ত নিজ নিজ দায়িত্ব সম্পূৰ্ণৰূপে পালন কৰি নিজেই আইন শৃঙ্খলা আন্তৰিকভাৱে মানি চলি যথাৰ্থতে গণতান্ত্ৰিক শাসনৰ উপযোগী দুটা বা তিনিটা দল, ব্যক্তিৰ ঠাইত একোটা আদৰ্শ আগত ৰাখি, শাসনভাৰ ললে আৰু অৰ্থনৈতিক সমস্যা কিছুদূৰ কাৰ্য্যস্থলত সমাধান কৰি দেখুৱাব পাৰিলে কাম দিব আৰু বিশেষকৈ মাটিৰ সমস্যাই যেতিয়া বেছি ভাগ জনতাক মাটি-হীন কৰি তুলিছে, তেনেস্থলত ডাঙৰ ডাঙৰ মাটিৰ মালিকসকল থকাৰ কোনো যুক্তি থাকিব নোৱাৰে। গতিকে মাটিৰ নীতি আৰু বিতৰণ সম্পূৰ্ণৰূপে পৰিৱৰ্ত্তন কৰি প্ৰকৃত খেতিয়কক এটা নিৰিখত মাটি দিয়া উচিত। আৰু স্থানীয় নিবনুৱা ডেকাসকলক কল-কাৰখানা, সৰু-সুৰা বেহা-বেপাৰ কৰি নিজৰ মাত্ৰ ভৰণ পোষণ কৰিবৰ উপায় উদ্ভাৱন কৰা, গণতান্ত্ৰিক পদ্ধতিত চলা চৰকাৰৰ অপৰিহাৰ্য্য কৰ্ত্তব্য আৰু আদৰ্শৰূপে শাসন যন্ত্ৰৰ খৰছ কমাই আৰু মন্ত্ৰীসকলৰ পৰাও আৰম্ভ কৰি শাসক শ্ৰেণীৰ লোকে (Plain living) সহজ ভাৱে জীৱন যাপন কৰা বুলি, কথাটো কাৰ্য্যস্থলত আচৰণ কৰি দেখুৱালে, এই অৰাজকতা কমি আহিব বুলি মনে ধৰে। আমি ভাৱো যিবিলাক ডেকাই, এই অৰাজকতাত যোগ দিছে, তেওঁলোকৰ ভিতৰত যে 'বুজিব পৰা শক্তি নাই' বোলা কথা মই বিশ্বাস নকৰোঁ। তেওঁলোকে কিয় এই অৰাজকতাত যোগ দিছে সেই বেমাৰৰ বীজাণু বিচাৰি উলিয়াই তাৰ জোখাৰে চিকিৎসা আদি কৰি, এই ৰোগ নিৰ্মূল কৰিব লাগিব। জৰা ফুকা তাবিজ দিয়া ব্যৱস্থাৰে এই অৰাজকতাৰ ভূত প্ৰেত খেদোৱা টান। মুঠতে এই সকলোবিলাক অৰাজকতাৰ ঘাই শিপাডাল কেৱল মাত্ৰ আৰ্থিক দুৰৱস্থাৰ নিবাকৰণ হলে সকলো শাম কাটিব।

৯৮। গণতান্ত্ৰিক সমাজবাদৰ পথত দেশখনক আগবঢ়াই নি, ছাত্ৰ তথা যুৱক শ্ৰেণীক নতুন আৰু গঠন মূলক দৃষ্টিভঙ্গী গ্ৰহণ কৰিবলৈ আপুনি পৰামৰ্শ দিয়ে নে ?

"মহাত্মাৰ ৰামৰাজ্য" আৰু গণতান্ত্ৰিক সমাজবাদ একেটা বস্তু। এই "সমাজবাদ" পাৰ্য্যমানে শাসন শোষণ মুক্ত হ'ব লাগে, গতিকে স্বাৱলম্বী কাকো হাত পাতিব নলগা বা কোনেও হাত দিব নোৱাৰা পাঁচ লক্ষ গাঁৱৰ ভেটিত প্ৰতিস্থাপিত পঞ্চায়তীৰাজ। এই গণতান্ত্ৰিক সমাজ প্ৰতীচ্য দেশৰ জাতি সমূহে "খাইনে নাকত গোঁজে" এইদৰে ভৰা কালত বিশাল ভূ-ভাৰতৰ বুকুত জিলিকি আছিল। ৰজাই দেশ ৰক্ষা কৰিছিল, গোটেই ৰাজ্যৰ সমাজ কল্যাণ (Social Welfare) কামবিলাক কৰিছিল, সমস্ত ৰাজ্যৰ বাবে কৰিব লগীয়া কাম, যেনে ৰাজআলি, ঠায়ে ঠায়ে পুখুৰি, আলহীঘৰ, ইত্যাদি দিহা কৰিছিল। গাঁৱৰ জেঙা গাঁৱেই মাৰিছিল। শিল্প সুকুমাৰ কলা, ধৰ্ম্ম আৰু নিত্য ব্যৱহাৰিক জীৱনৰ আনুষঙ্গিক বস্তু আছিল। বিজ্ঞান দৰ্শনৰ সমানে স্থান আছিল। কেৱল মাত্ৰ মানুহক বিজ্ঞান বা বেহুচ কৰা যান্ত্ৰিক সভ্যতাৰ উৎপাত নাছিল। হাজাৰ হাজাৰ বছৰৰ এই "বোধিবৃক্ষ" "অক্ষয় বট" "শঙ্কৰ শিলিগা", এই যুগৰ আকাশীলতাই ছাটিধৰি মাৰিব নোৱাৰে। এটা আজোৰৰ বন সোপাই মাটিত মৰণা মাৰিবহি।

ভাৰত স্বাধীন হোৱাৰ পাছত, দেশৰ নেতৃত্বই প্ৰতীচ্যৰ আৰ্হিত সংবিধান গ্ৰহণ কৰিলে। আজি প্ৰায় পঁচিশ বছৰে ডলাৰ বগৰি এবুৰি ছঅৰ্বা ৰাজ-নৈতিক দল উপদল হৈ দেশত দূৰ্ব্বাদল সৃষ্টি কৰিলে। দিনটোত দহবাৰ দল সলোৱা নিজৰ স্বাৰ্থসিদ্ধিৰ সিদ্ধি দি ফুৰা দেশৰ নেতাৰ ঠাইত, এই "লেঠাৰ" দল বিলাকে মহাত্মাৰ ৰামৰাজ্য বা স্বাৱলম্বী পাঁচ লক্ষ গাওঁ ঠন ধৰাই তুলিব এই আশা পৰ্ব্বতত কাচ কণী বিচৰা হ'ব। ভাওনাৰ এই "জাককৰা ৰজা" মুখা পিন্ধা ৰজাহে, সকলোৰে এতিয়া জনাজাত কথা। দেশে তেওঁলোকৰ নেতৃত্ব অলপো মনা নাই, নোৱাৰাত টলকা মাৰি আছে। গতিকে ফ্ৰন্টিয়াৰ গান্ধীৰ ভাষাত কবলৈ হলে এই "বনিয়া দলৰ" নেতৃত্বই দেশ "বৰবাদ" কৰি তুলিছে। গতিকে এই শামুকৰ গাঠি মুকলি কৰিবলৈ যোৱা চেষ্টা বৃথা। গোটেই নেচা সূতা, আউল লাগিল যেতিয়া তাৰ আঁত উলিয়াবলৈ যোৱাটো মূৰ্খামি হ'ব।

যি হওক মধ্যকালীন নিৰ্ব্বাচনত ইন্দিৰা গান্ধীয়ে যিটো "আত্মাশক্তিৰ"

ভূমিকা গ্ৰহণ কৰিলে, হুবহু আঁচনিৰে নহলেও, মহাত্মাৰ আদৰ্শত জনতাৰ ভাত-কাপোৰ, থকা আটোম-টোকাৰী ঘৰ, নিবনুৱা ডেকা সকলক সংস্থান দিয়া নীতি গ্ৰহণ কৰি কাৰ্য্যত পৰিণত কৰিবলৈ ওলাইছে, তাত তৰুণ শক্তিয়ে সম্পূৰ্ণ সহযোগ কৰি বিনা আন্দোলনে এই দল উপদলবিলাকক চাহ এৰা দি ইয়ং তুৰ্ক বা "তৰুণ ভাৰতৰ" একোটা দল সৃষ্টি কৰি আগবাঢ়ক, "ইন্দিৰা গান্ধীৰ" মাতৃত্ব স্বীকাৰ কৰক, তেৱেঁ। তৰুণ ভাৰতৰ প্ৰকৃত মাতৃস্বৰূপা হৈ "আদি জগত জন পূজ্যা" ভাৰত মাতাক আকৌ বিশ্বমানৱতাৰ জননী কৰি তোলক তেতিয়া তেনে এটা বিপ্লৱেহে মহাত্মাৰ "মুক্ত ভাৰত" গঢ়ি তুলিব পাৰিব। এই মাহেন্দ্ৰক্ষণত "তৰুণ ভাৰতে" যদি মহাত্মাৰ আদৰ্শত আকৌ অনুপ্ৰাণিত হৈ ইন্দিৰা গান্ধীৰ নেতৃত্বত, নিজ জাতীযতা, সাংস্কৃতিক জীৱন, জনতাক সুজা অৰ্থনীতি, দৰিদ্ৰ দেশক সম্প্ৰতি খাবলৈ নাপাই মৰিবলৈ এৰি নিদি সাম্প্ৰতিক সকলো প্ৰকাৰৰ বিলাসিতা বৰ্জ্জন কৰি, আগন্তুক দহ বছৰ "ঋণং কৃত্বা, ঘৃতং পিবেৎ" এই আত্মঘাতী অৰ্থনীতি পৰিহাৰ কৰি শাৰীৰিক পৰিশ্ৰমকেই মূলধন স্বৰূপে খটুৱাই অলপ ঠন ধৰি উঠক, দেশ আকৌ "সুজলাং সুফলাং শস্য শ্যামলাং" হৈ উঠিব। তেতিয়া পাঁচ লক্ষ গাওঁ, সুসজ্জিত কৰি তুলিব পৰা শিল্প বাণিজ্যই দেশৰ লখিমী ভঁৰালৰ লগে লগে "বাণিজ্য লক্ষ্মীৰো" বাসস্থান কৰি তুলিব।

"তৰুণ অসমে" অসমৰ পচিশ হাজাৰ গাঁও এই আদৰ্শত স্বাৱলম্বী কৰিবলৈ একমত হৈ আত্মবিশ্বাসেৰে কৰ্ম্মক্ষেত্ৰত নামি পৰক, দেখিব অসম জননী আকৌ অসমা, অপৰূপা হৈ উঠিব। সেয়ে "তৰুণ ভাৰতকো" হযতো উৎপ্ৰেৰণা দিব। দেশ আজি দলীয ৰাজনীতিয়ে গঢি তুলিব নোৱাৰে, ইয়াৰ নিমিত্তে দৈৱবাণী হ'ব নালাগে। অন্ধযো সেই কথা লাখুটিৰ মূৰত গম পাইছে। মুঠতে "তৰুণ অসম" তথা "তৰুণ ভাৰতে" অহা দহ বছৰৰ ভিতৰত, পাৰিলে আৰু আগতে, তেওঁলোকৰ "ভৱিষ্যৎ ভাৰত" গঢ়ি তুলিবলৈ ইন্দিৰা গান্ধীৰ নেতৃত্ব মানি, তেওঁলোকৰ ভৱিষ্যৎ গঢ়ি তুলিব পৰা টিপাটো মাৰিলেই চলা যন্ত্ৰৰ দৰে, আঁচনি গ্ৰহণ কৰিবলৈ স্পষ্ট ভাষাৰে তেওঁক কওক—এয়ে আমাৰ সুদীৰ্ঘ জীৱনত "তৰুণ শক্তিক" সদায় বিশ্বাসেৰে কৈ অহা কথা।

## ঃ ৰাজনীতি বিষয়ে অভিমত ঃ

৯৯। আমাৰ দেশত ৰাজনৈতিক অশান্তি আৰু অস্থিৰতা দিনে দিনে বাঢ়ি আহিছে, দেশত ৰাজনৈতিক দলও বেচি হৈছে। ভাৰতীয় গণতান্ত্রিক চৰকাৰক সাফল্যৰ কাৰণে দেশত গণতন্ত্র ৰক্ষাৰ বাবে কেইটা ৰাজনৈতিক দল থকা আৱশ্যক বুলি আপুনি ভাৱে ?

মহাত্মাৰ মুক্তি সংগ্রামৰ উদ্দেশ্য আছিল জনতাৰ মুক্তি, পাঁচ লক্ষ গাওঁ অতীজৰ পৰাই যিদৰে স্বাৱলম্বী আছিল, দেশৰ হাৱা পানীক সমাজক সুজা যিটো "গণতন্ত্র" পদ্ধতিত কাম চলিছিল, তাকে সময়োপযোগী কৰিলে দেশ "শাসন-শোষণ-মুক্ত" কৰিব লাগিব। তেওঁ স্পষ্ট ভাষাৰে কৈছিল, সেই শাসন-যন্ত্র যিয়েই নহওক, পশ্চিম দেশৰ আহিত নহব। "চৰিত্রহীন" লোকক কোনো শাসনভাৰ দিয়া নহব। যন্ত্রৰ সহাযত মানুহৰ হাত-ভৰি কোঙা কৰি নিবনুৱাৰ সংখ্যা বৃদ্ধি কৰা নহব। অন্নবস্ত্রই জোৰা, আটোম টোকাৰী কুটীৰ ( মন্দিৰৰ পৱিত্রতা ৰক্ষা কৰা ) আত্মবিনোদক, আত্মপ্রেৰণা প্রণোদিত কলা-কৃষ্টি-সংস্কৃতিৰ পৰিৱেশ সৃষ্টি কৰি, তথা কথিত, যান্ত্রিক সভ্যতাৰ ঠাইত মানৱিক বিভূতিৰ সভ্যতাৰ আদর্শ আৰু দৃষ্টান্ত জগতৰ আগত দাঙি ধৰি, বিশ্বজনিন, সাম্য, মৈত্রী, কৰুণাৰ ত্রিবেণী সঙ্গম আনিব লাগিব। এই যুগৰ অন্যতম ঋষিৰ আপ্ত বাক্যৰ ধ্বনিত সাগৰত খলক লগোৱা "এই ভাৰতেৰ মহা মানবেৰ সাগৰ তীৰে" সঙ্গমত বিশ্বমানৱৰ অতিস্থ আত্মাই শান্তি লাভ কৰিব। তেতিয়াহে যথার্থ "মানৱ ধৰ্ম্ম" প্রৱর্ত্তিত হ'ব। আজি এইবিলাক কথা স্মৰণ কৰি অনুতাপ কৰিবৰ সময নহয। গতিকে সিদিনা মহাত্মাৰ যুগ্ম আত্মা গফুৰ খাঁনে ভাৰতত পদার্পণ কৰিযেই অনুভৱ কৰিলে "আজাদ বৰবাদ কিয়া, গৱর্ণমেণ্ট বণিযা হোৱা, গান্ধীকো দেশসে নিকাল দিযা" এতিযা এই অৱস্থা। অন্যতম শিষ্য সন্ত বিনোৱাই তেওঁৰ পাঁচ লক্ষ গাঁও স্বৰাজৰ শকত ভেটিত "পঞ্চাযতী ৰাষ্ট্রৰ" খহিব নোৱাৰা সৌধ তুলিবলৈ আজি কুৰি পঁচিশ বছৰে পাঁচ লক্ষ গাঁওত পদব্রজে ফুৰি "গ্রামদান" অভেদ্য দুর্গ তৈয়াৰ কৰি "ৰাম ৰাজ্য স্থাপনৰ" কৰ্ম্মপন্থা দেখুৱাই আহি আজিও আদর্শভ্রষ্ট হোৱা নাই। দেশে মহাত্মাৰ পৰিকল্পিত "ৰামৰাজ্য" স্বাৱলম্বী পাঁচ লক্ষ গাঁও স্বৰাজৰ ভেটিত প্রতিস্থাপিত

ৰামৰাজ্যৰ ঠাইত আকৌ ৰামকো পাহৰি, অযোধ্যাকো পাহৰি, ৰাৱণৰ স্বৰ্ণলঙ্কাপুৰীৰ আৰ্হিত দেশ গঢ়ি তুলিবলৈ ওলাইছে। গতিকে, এই সময়ত "আযাৰাম, গেযাৰাম" অৱস্থাত বৰ্ত্তমানৰ যিটো পাৰ্লেমেণ্টাৰী "সংগঠন তাকে পাৰ্য্যমানে" জনতাৰ মুক্তি মন্দিৰ কৰি তোলা জ্ঞানীৰ কাম হ'ব। মধ্যকালীন নিৰ্ব্বাচনত আধাপেটী জনতা আৰু নিবনুৱা অতীষ্ঠ তৰুণ সমাজৰ সহাযত গান্ধী নেহেৰুৰ কোলাত ডাঙৰ দীঘল হোৱা ইন্দিৰা গান্ধীৰ প্ৰাণত স্বভাৱতে সদায খুন্দিযাই থকা উৎপ্ৰেৰণাৰ পুং ফুটি উঠিছে। ইযাৰ প্ৰকৃত জলসিঞ্চনেৰেহে আজি তেওঁৰ "সেউজী বিপ্লৱক" বেপাৰী আৰু মাটিগিৰীৰ হাতৰ পৰা ৰক্ষা কৰিব লাগিব বোলা নিৰ্ব্বাচনী প্ৰতিশ্ৰুতি একে বৈপ্লৱী-প্ৰণালীৰে ফলপ্ৰসূ কৰিব লাগিব। নিবনুৱা সমস্যা সমাধানৰ বাবে তৰুণসকলক সত্যহতে যি কোনো শ্ৰমসাধ্য কামত নিযোগ কৰিব লাগিব। কৃষি শিল্প সমন্বযী কুটীৰ শিল্পৰ অবিলম্বে ব্যৱস্থা কৰিব লাগিব। এটা কথা ধ্ৰুৱ সত্য যে ধনৰ বলত, জনসাধাৰণৰ নজনা দোষত, যিবিলাক দলে অত বছৰে পাৰ্লেমেণ্ট-খন বজাৰ কৰি তুলিলে, দৰ-ভাও, ঠগা-ঠগিৰ ঠাই কৰি তুলিলে, তেওঁলোকলৈ ইন্দিৰা গান্ধীযে "সেউজী বিপ্লৱৰ" মাজেদি জনতাৰ প্ৰকৃত "অন্ন-সমস্যা" দূৰ কৰিব নোৱাৰে। সিদিনা প্ৰধানমন্ত্ৰীযে কৈছিল—"সেউজী বিপ্লৱ হৈছে সঁচা। কিন্তু তাৰ ফল ভোগ কৰিছে মাটিগিৰী আৰু ব্যৱসাযীবিলাকে"। আজি দুবছৰমান আগতে আমি যেতিযা মস্কোলৈ গৈছিলো এজন পুৰণা বন্ধুক সুধিছিলো ছবছৰ আগতে আমাক এসাজ খুৱাওঁতে যদি দহ টকা পৰিছিল, এতিযা কিমান পৰিব ? তেওঁ টপৰাই উত্তৰ দিলে দেখাতে পাঁচ ছয টকা মান হ'ব। কাৰণ এই কেইবছৰে অধিক শস্য উৎপাদন হৈছে, গতিকে বজাৰ দৰ কম হৈছে নিশ্চয। আমাৰ ইযাত কি হৈছে ? অধিক শস্য উৎপাদনৰ লগে লগে বজাৰ দৰ বৃদ্ধি। চোৰৰ চহকী হোৱা ব্যৱস্থা। নিজে মাটিগিৰী সদস্যসকলে মাটি-নীতি (Land Policy) প্ৰকৃত খেতিযকৰ অৰ্থনীতি সমস্যা সমাধানৰ বাবে স্থিৰ কৰিব নোৱাৰে। এতিযালৈকে যথাৰ্থতে মাটিগিৰী পূৰ্ব্বৰ জমিদাৰ, ধনী ব্যৱসাযীৰ লগত সংযোগ ৰখা মন্ত্ৰী বা সদস্য হৈ পূৰ্ব্বৰ নিজৰ সাধাৰণ অৱস্থাৰ কথাও পাহৰি, "আমি জনতাৰে এজন" মুখেৰে কৈ কাৰ্য্যস্থলত একোজন ৰাজপযোভৰ থকা বিশিষ্ট শ্ৰেণীহৈ "সমাজবাদী" বোলাই জনতাৰ চকুত ধূলিমাৰি আজি কেই বছৰে চলা, তদুপৰি ক্ষমতাত অধিষ্ঠিত হৈ তেওঁলোকৰ অনেকেই দুৰ্নীতিৰ পৃষ্টপোষক বা নিজেও অংশীদাৰ হৈ কাম কৰা কোনে নাজানে ? মুখফালি কবলৈ আইনে অধিকাৰ দিয়া নাই,

ইমানেই কথা। আজি দেশৰ জনসাধাৰণৰ অৰ্থনীতি সমস্যা অসম্ভাৱিত ৰূপে বাঢ়িছে। শিক্ষিত নিবনুৱা সমস্যা দূৰ কৰিবলৈ হলে কুৰি পাঁচিশটা দল-উপদলৰ আৱশ্যক হব পাৰেনে ? বৃটিছ পাৰ্লেমেণ্টৰ আৰ্হিত যদি সংবিধান গ্ৰহণ কৰিলেহেঁতেন, তেন্তে দুটা বা তিনিটা দলতকৈ জনতাৰ বা দুখকাৰী "কিষাণ মজদুৰ"ৰ ( ভাৰতৰ এই দুই দলৰো স্বাৰ্থ পৰস্পৰে পৰস্পৰৰ পৰিপূৰক বুলিব পাৰি ) যাই "শাক মৰলীয়া" অৰ্থাৎ জীৱন নিৰ্ব্বাহৰ যুগোপযোগী সৰ্ব্ব-নিম্ন সা-সুবিধাখিনি পাবলৈ ইমান বিলাক দলৰ নেতৃত্বৰ আৱশ্যক আছেনে ? দলবিলাকৰ ৰাজনৈতিক কাৰণত এই দুখকাৰীসকলে নিজৰ ভিতৰতে সংঘৰ্ষ সৃষ্টি কৰি চৰ্থৰীযাত পৰিছে, অন্ন-বস্ত্ৰই আৰু নোজোৰা হৈছে। কিন্তু এই বিভিন্ন কিষাণ মজদুৰ অনুষ্ঠানৰ বেছি ভাগ নেতাৰ কেচাঘৰ পকী হৈ উঠিল, এমহলা দুমহলাত পৰিণত হ'ল।

গতিকে, এবাৰ গৰুৰ নেলু পিয়া বাঘে গৰখীয়া হৈ গৰু চৰাব এই আশা কৰা সকল যে বাতুল সেই কথা নকলেও হ'ব। আমি স্পষ্ট ভাষাৰে কব খোজো—যি তৰুণ শক্তিয়ে আজি ইন্দিৰা গান্ধীক অবিসম্বাদী নেতৃত্ব দিযাব পাৰিলে, সময় হলে, তেওঁলোকেই আকৌ "ইযং তুৰ্কৰ" দৰে "ইযং ইণ্ডিযা" এটা পাৰ্টিহৈ ইন্দিৰা গান্ধীক "কামাল পাছাৰ" নেতৃত্ব দি ডলাৰ বগৰি "পাৰ্টি" সোপা ধানৰ পতান উকৰা দৰে উৰাই দি, নিজে "মলখু" হৈ উঠক। সেযে ভোক গুচাব, ভাল টোপনি অহাব, বিশ্ৰাম সুখ দি স্বাস্থ্যবান কৰি তুলিব, প্ৰতি-দিন কামত শৰীৰে টানিব, মন উধাব, প্ৰাণৰ পৰিতৃপ্তি বাঢি যাব। ভাৰতৰ তথা অসমৰ তৰুণ শক্তিযে, এনে এটি দল সৃষ্টি কৰি, এই ভূ ভাৰতৰ পাঁচলক্ষ গাঁৱৰ অৰ্থসমস্যা আগধৰি সমাধান কৰি কুটীৰ শিল্পৰে গাঁওবিলাক ছাটি পেলাই, টনকিযাল হৈ উঠিলে, তেতিযা শিল্প-বাণিজ্যত দুখোজ আগবাঢি, অন্য কোনো জাতিৰ ওচৰত হাত নপতাকৈ, অৰ্থনীতিৰ যি পৰিবৰ্ত্তন আনি পাঁচলক্ষ গাঁৱৰ উমৈহতীয়া সম্পত্তি কৰিব পাৰে কৰক, সেই কথা সময় সাপেক্ষ হব। অহা নিৰ্ব্বাচনত দেশাত্মবোধত উদ্বুদ্ধ হোৱা নিজৰ ভবিষ্যৎ নিজে গঢিবলৈ উৎসুক তৰুণ ভাৰতৰ শতকৰা পঞ্চাশজনক অন্ততঃ দেশৰ নেতৃত্বৰ ভাৰ দিযা উচিত হ'ব। তেওঁলোকে ইন্দিৰা গান্ধীৰ নেতৃত্বত প্ৰকৃত গণতান্ত্ৰিক সমাজবাদ স্থাপন কৰিব লাগিব। এই দল-উপদলবিলাকৰ কল পটুৱাৰ ভুৰ এনেও জহি খহি যাব। তাৰ বাবে চিন্তা কৰিব নালাগে। তৰুণ শক্তিয়ে এতিযাৰ পৰা সঙ্ঘবদ্ধ ভাবে ভোটদাতাসকলক গণতান্ত্ৰিক নেতৃত্ব কিয় মানি ভোট দিযা উচিত, এই বিষযে আনুষ্ঠানিক ভাবে প্ৰেৰণা দিযক, দেশৰ নেতৃত্বই সহায কৰক।

চোভিয়েট তৰুণ শক্তিয়ে যি দৰে মহামতি লেনিনক এতিয়াও আগত ৰাখি সেই আদৰ্শত অনুপ্ৰাণিত হৈ বিশাল দেশখন গঢ়ি তুলিছে, ভাৰতৰ "তৰুণ শক্তিয়েও" সেইদৰে মহাত্মাক আগত ৰাখি ভাৰতক হাজাৰ হাজাৰ বছৰে সুজি অহা পাঁচলক্ষ গাঁৱৰ ভেটিত গণতান্ত্ৰিক সমাজ গঢ়ি তোলক, সেযে তেওঁ-লোকক সুজিব, ভাৰতৰ ভবিষ্যত সদায় সেউজী হৈ থাকিব। তেতিয়া ভাৰতীয় দৰ্শনে পাশ্চাত্য বিজ্ঞানক চকু দিব, পাশ্চাত্য বিজ্ঞানেও ভাৰতীয় "কণাৰ লাখুটি" হব। উভয়েই আধ্যাত্মিক অনুভূতিৰ শেষ আনন্দ লাভ কৰিব। সেযে মোক্ষ বা **Salvation.**

তৰুণ শক্তিয়েই যে পৃথিৱীখন মৰা নলডালৰ গজালি হৈ মৰাডালত কুঁহি-পাত উলিযাই "সেউজীয়া" কৰি ৰাখিছে, যথাৰ্থ সেউজী বিপ্লৱ আনি "চিৰ বসন্তকাল" জগতত চিৰকাল ঘুৰাই আনিছে, জগতৰ এই স্বাভাৱিক গতি, জীৰ্ণ-শীৰ্ণ শীতকালে বাধা দিবৰ সাধ্য নাই।

তৰুণ ভাৰত। আজি বেছি দূৰলৈ যাবই নালাগে। চকুৰ আগতে তোমাৰ দৰে "তৰুণ বাংলাই" আজি ৰবটোপ, গুলি, হাড়মূৰ চুচুৰ্মৈ কৰা টেঙ্ক, চকুপচা-ৰতে একোখন নগৰ, গৰ্ভৰ সন্তানৰ সতে ধূলিস্যাৎ কৰা বোমা বৰ্ষণ ভ্ৰুক্ষেপ নকৰি, লক্ষ লক্ষ উল্লাস কৰে", 'খুদিৰামে" শেষ নিশ্বাস 'বাংলাৰ আকাশ, বাংলাৰ বাতাস' পৰিপূৰ্ণ কৰি তাৰে বায়ুমণ্ডল **Ozonise**" কৰি জীৱিত তৰুণদলৰ প্ৰাণ আৰু সঞ্জীৱিত কৰি তুলিছে। পদ্মাত ৰবীন্দ্ৰ সঙ্গীতৰ সুৰৰ লহৰ উঠিছে, বঙ্কিমৰ "বন্দে মাতৰম্" ধ্বনিয়ে যাহ্যা খানৰ বুকু কঁপাইছে, ডি. এল ৰাযে "বঙ্গ আমাৰ জননী আমাৰ' সাব্যস্ত কৰিছে। এতিয়া ৰোগশয্যাত পৰি থকা কাজি নজৰুল ইচলামৰ বঙ্গ-ভঙ্গ আন্দোলনত "কাল বৈশাখীতকৈযো প্ৰৱল বেগে যোৱা প্ৰাণত শত-কামানৰ শক্তি দিয়া কাব্যধ্বনিৰ গুমগুমনিয়ে এই মুহূৰ্ত্তত এতিয়া প্ৰতিজন তৰুণ-তৰুণীৰ অন্তৰত ৰণভেৰীৰ কাম কৰিছে।

তৰুণ ভাৰত। অতীজত **Spartan** ডেকাসকলে যি কষ্ট স্বীকাৰ কৰা অভ্যাস কৰি, বিলাসিতা বৰ্জ্জন কৰি, দেশৰ স্বাধীনতা ৰক্ষা কৰিছিল, আজি তুমি আগন্তুক দহ বছৰ সকলো ভোগবিলাসিতা ত্যাগ কৰি "আদি জগতজন পূজ্যা" ভাৰত জননীক, তোমালোকক পুহিবলৈ ভিক্ষাৰ জুলি লৈ মাগি ফুৰিবলৈ নিদি, নিজে ভোগ বিলাসিতাৰ সুখ বৰ্জ্জন কৰা। এইদৰে নিয়মিত আহাৰ-বিহাৰত দেশৰ ধন, দেশৰ সম্পদ বৃদ্ধি কৰা কামত খটুৱালে, নিজে শাৰীৰিক পৰিশ্ৰমেৰে শতকৰা পঞ্চাচ টকা ৰাহি কৰিলে, দহ বছৰৰ ভোগ বিলাসিতা

বৰ্জনে দহগুণ আৰ্জনৰ বাট মুকলি কৰিব। তেতিয়া স্বোপাৰ্জ্জিত ধনেৰে যিমানদূৰ আধুনিক পৰিবেশত জীৱনযাপন কৰিলে মনুষ্যত্ব লোপ নাপায়, সেই জোখত জীৱন গঢ়ি তুলিব পাৰিবা।

ইন্দিৰা। ভাৰত জননীৰ চিত্তৰঞ্জন দেশবন্ধু চিত্তৰঞ্জনৰ শয্যাগতা দেশ-মাতৃকা সহধৰ্ম্মিণীৰ "ইন্দু" বুলি দিয়া মুখ চুম্বনত ভাৰত জননীৰ যিটো অপত্য স্নেহ ক্ষৰি, তোমাক অমৃত পান কৰালে তুমিও আজি তাৰ বলত শক্তিৰূপিণী হৈ কোটি কোটি তৰুণক মাতৃস্নেহৰ পুণ্যতোয়া গঙ্গাস্নান কৰোৱাই বিশ্ব-মানৱতাৰ "পূৰ্ণকুম্ভ" 'এই ভাৰতেৰ মহামানবেৰ সাগৰ তীৰে" আৰম্ভ কৰা। তোমাৰ কোটি কোটি এই তৰুণ শক্তিৰ "শান্তি-সেনাই" বিশ্বমানৱৰ এই "পূৰ্ণ-কুম্ভ" সাফল্য মণ্ডিত কৰি তুলিব। এদিন অমৰ লোকৰ অমৰাত্মাযো "মৰিতে চাহিনা আমি এ সুন্দৰ ভুৱনে" বোলা এই শিৱসুন্দৰ প্ৰতীক ধৰাখনি দুৰ্ভাগ্য-ক্ৰমে জন্তুৰ "যমজ" হৈ ওপজা মানুহৰ ভিতৰত থকা "পশুত্ব"ৰ সাময়িক উত্তেজনাই চিৰকাল বিকটমূৰ্ত্তি কৰি ৰাখিব নোৱাৰে। জগত আজি মুক্তিৰ পথত, স্বৰ্গৰ দুৱাৰ দলিত উপনীত। ভাৰতে বিশ্বমানৱৰ এই "মুক্তিস্নান" উপনিষদৰ দিনৰ পৰাই কামনা কৰি আহিছে। বিশ্বমণীষা। এই মুক্তিস্নানৰ "মন্ত্ৰদাতা" এতিয়া একমাত্ৰ তুমিযেই।

১০০। অসমৰ মানচিত্ৰৰ ৰাজনৈতিক বিভাজন ( Political Division ) কৰি ক্ষুদ্ৰ আৰু বিভক্ত কৰি দিয়াৰ কোনো যুক্তি বা কোনো স্বাৰ্থ আছে বুলি আপুনি ভাবেনেকি ? এই বিষয়ে আপোনাৰ ৰাজনৈতিক অভিজ্ঞতাৰ পৰা অসমৰ নবীন আৰু প্ৰবীণ নেতাসকলক কি উপদেশ দিব খোজে ?

নাই বুলি ভাবো। এই বিষয়ে আমাৰ অভিজ্ঞতাৰে কথা বিতং ভাবে কবলৈ হলে এখন "ৰামায়ণ" হৈ পৰিব। সংক্ষিপ্তকৈ এইদৰে কব খোজো— প্ৰাক্ ঐতিহাসিক যুগৰ পৰা অসম দেশ আৰ্য্য অনাৰ্য্য জাতিৰ বাসভূমি। গতিকে, উভয় জাতিৰ ধৰ্ম্ম-কৰ্ম্ম, সমাজ ব্যৱস্থা, ভাষা-সংস্কৃতি, আচৰণ, শিল্প-কলা, বেহা-বেপাৰ, পিন্ধা-উৰা সকলো বিষযতে অতৰ্কিতে উভয় জাতিকে সুস্তাকৈ সংমিশ্ৰণ হৈ আহিছে। আজি পুৰাতত্ত্ব, প্ৰত্নতত্ত্ববিদ্ সকলে এই সংমিশ্ৰণৰ অনেক তত্ত্ব উদ্ঘাটন কৰিছে। পৌৰাণিক যুগৰ সুৰ-অসুৰৰো

অসমৰ ভৈয়াম আৰু পৰ্ব্বত বীৰ্য্যস্থল। উলুপী, চিত্ৰাঙ্গদা, হিড়িম্বা, উষা,. ৰুক্মিণীৰ কাহিনীয়েই অৰ্জ্জুন, ভীম, কৃষ্ণ, অনিৰুদ্ধৰ লগত বৈবাহিক সম্বন্ধৰ কথা সাব্যস্ত কৰে। মহাপুৰুষ শঙ্কৰদেৱে ধৰ্ম্মৰ ভিত্তিত পৰ্বতীয়া ভাইসকলক অসমীয়া সমাজভুক্ত কৰে। পাচত আহোম ৰাজত্বত তেওঁলোকৰ বিচক্ষণ ৰাজনৈতিক জ্ঞানে অসমৰ বাবে কুৰি জাতি উপজাতি সানি পিটিকি একেটা পকা মিঠৈ কৰি তুলিলে—কুঠাৰেও কাটিব নোৱাৰা। তেনে আহোমশক্তি গৃহকন্দলত যেতিয়া ছিন্নবাহু হয়, সেই দিন ধৰি অসম চিন্তানলত'' পুৰি দেই মৰা মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ ভাষাত "পোকে খোৱা আম'' হৈ পৰিল। মানৰ অত্যাচাৰ, বৃটিছৰ বৰ ঘৰ অধিকাৰ, "বগা বঙ্গাল'' "কলা বঙ্গালৰ'' (অৰ্থাৎ বঙ্গাল মানে বহিৰাগত) ৰাজনৈতিক আৰু সাংস্কৃতিক ৰাজত্ব, খৃষ্টান মিশ্যনেৰীসকলৰ প্ৰৱেশ, অসমীযা ভাষাৰ উদ্ধাৰ, পৰ্ব্ব'তীয়া ভাইসকলক ধৰ্ম্মান্তৰ কৰাৰ ব্যৱস্থা, সাম্ৰাজ্যবাদী ইংৰাজসকলে পৰ্ব্ব'তীয়া ভাইসকলক ভৌগোলিক বিভাজনতকৈযো ভযাবহ "মনৰ বিভাজন'' কৰি তোলা—এই-বিলাক কথাতে একালৰ শৌৰ্য্য-বীৰ্য্যে অসমা অসম, আজি ছিৰালফটা দিযাটোৰ কাৰণ সোমাই আছে।

ধৰ্ম্মৰ ভেটিত মহাপুৰুষ শঙ্কৰদেৱে তাৰো আগতে বৈদিক যুগৰ পৰাই অসমৰ পৰ্ব্বতীযা জাতিসকলৰ মাজত হিন্দুধৰ্ম্মৰ বিভিন্ন শাখাই, সেইদৰে বৌদ্ধ ধৰ্ম্মৰো পাচত তান্ত্রিক ধৰ্ম্মৰ ক্ৰিযাকাণ্ড জনজাতিৰ জড়োপাসনাৰ লগত সানমিহলি হৈ বাহ্যিক আচাৰ-ব্যৱহাৰ স্বকীযা হলেও, একত্ববোধৰ এটা অৱচেতনাই (Sub-consciousness) উভযৰ মন অধিকাৰ কৰিছিল। আজি কুণ্ডিলৰ খনন কাৰ্য্যই নেফাত বৰ্ত্তমানৰ অৰুণাচলত বৌদ্ধ মন্দিৰ পৰ্ব্ব'তৰ গুহাত শিৱলিঙ্গৰ ওপৰত পৰ্ব্ব'তেও এতিযালৈকে কিদৰে তৰ্পণ যাঁচি আছে এইবিলাক কথাই প্ৰমাণ কৰে। ভুটীযা ভাইসকলে এতিযাও হাজোত "শাক্য মুনি'' দৰ্শন কৰিবলৈ বছৰি আহে। শদিযাৰ কেঁচাইখাতী গোসাঁনীৰ পূজা এতিযাও কছাৰী দেউৰিযে ধুকৰে। মপুৰ থানৰ অলপতে বৈকুণ্ঠ প্ৰযাণ কৰা লক্ষ্মীকান্ত বুঢ়া আতৈ জনজাতীয লোক। আদিতে কৈৱৰ্ত্ত বনিযা নাপিত ধোবা সম্প্ৰদাযৰ পৰা মহাপুৰুষে মহন্ত পদত অধিষ্ঠিত কৰা মহন্তসকলৰ নাতিপুতিযে সেইবিলাক সত্ৰৰ অধিকাৰৰ আসন অলঙ্কৃত কৰি আছে। যোৰহাটৰ বুঢ়ী গোসানীৰ দেৱালযত জযন্তীযা ৰজাই পঠোৱা গোসানী। যোৰহাটৰ মগলুঘাট মণিপুৰীযা কুঁৱৰীৰ টোল। শিৱসাগৰৰ অৰ্জ্জুনগুৰিত অসমীযা মণিপুৰী গাঁও, নগালেণ্ডৰ পদপ্ৰান্তত বাৰেঘৰ, নমাটি আদি সত্ৰৰ অনেকখিনি নগা গাঁৱত

শিল্প আছে। এই সকলোবিলাক কথাই প্ৰমাণ কৰে যে অসমত পৰ্ব্বত-ভৈয়ামৰ অপূৰ্ব মিলন আৰ্য্য অনাৰ্য্য জাতিৰ সংমিশ্ৰণ আবহমান কালৰ পৰা চলি আহিছে। মাজে সময়ে যিবিলাক সংঘৰ্ষ ঘটি আহিছিল, সি কলহে কলহে ঠেকা খোৱাৰ দৰে, ভাই ককাইৰ খন্তেকীয়া উত্তেজনাত হোৱা কাজিয়া—কুকুৰ যুঁজ বা অজা যুদ্ধ– ধৰিবলগীয়া নহয়।

গতিকে কব লাগিব, আজিৰ ছিৰালফটা অৱস্থা বৃটিছৰ দিনৰ পৰা ফাট-মেলা আৰম্ভ হয়। তাৰ ভৰপক দিয়ে ভাৰতৰ স্বাধীনতা আন্দোলনৰ দিন ধৰি। মানৰ অত্যাচাৰৰ ঠাইত বৃটিছৰ ৰাজনৈতিক শোষণ নীতি প্ৰৱৰ্ত্তন হ'ল। লগতে বঙ্গ ভাষা প্ৰচলন কৰাত অসমীয়া ভাষা সংস্কৃতিত বাগী কুঠাৰ পৰিল। তাৰ পূৰ্বতেই ৰজাই শান্তিপুৰৰ ভট্টাচাৰ্য্য পৰিয়ালৰ এজনত তান্ত্ৰিক মন্ত্ৰত দীক্ষা লৈ তেওঁক পৰ্ব্বতীয়া গোসাঁই পাতি বঙ্গলা ভাষাত লিখিত তন্ত্ৰ শাস্ত্ৰবিলাক প্ৰচলন কৰিবলৈ ধৰে। বৃটিছৰ লগত অহা ক্ষমতাত থকা বঙালী কৰ্ম্মচাৰীসকলে বঙলা ভাষা চলাই দিবলৈ একৰকম চল লাগি আছিলেই। বৃটিছে দেশ অধিকাৰ কৰাতকৈ অসমীয়া ভাষা সংস্কৃতিক এইদৰে বিপন্ন কৰা আৰু দুৰ্দ্দিনৰ কথা হৈ পৰিল। এযে প্ৰায় অৰ্দ্ধশতাব্দী অসমীয়া বঙালীৰ মাজত সংঘৰ্ষৰ কাৰণ হৈ উঠিল। সুখৰ বিষয় বিশেষকৈ সাহিত্যৰথী বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী পালনৰ দিন ধৰি, এই সংঘৰ্ষৰ ওৰ পৰিল বুলি কব খোজো। এতিয়া যথাৰ্থ ঐক্য সংহতিৰ পথ মুকলি হ'ল। "জোৰাসাকোঁ" আৰু "লাচিত দলঙৰ" ওপৰেদি উভযদেশৰ ভাষা সংস্কৃতি অনাযাসে অবাধে অহাযোৱা কৰাৰ প্ৰশস্ত বাট মুকলি হ'ল।

বঙ্গ-ভঙ্গ দিন ধৰি ভাৰতৰ মুক্তি সংগ্ৰামৰ সূত্ৰপাত হয়। কূটনীতি বিশাৰদ ইংৰাজসকলে বেছ বুজিব পাৰিলে "মেকলেই" আশা কৰা ইংৰাজী পঢ়ি ইংৰাজৰ ধৰণ কৰণ লোৱা ইংৰাজক অনুকৰণ কৰি "সাতপুৰুষ উদ্ধাৰ হ'ল" বুলি ভবা ভাৰতৰ শিক্ষিত দলেই ইংৰাজৰ উচ্চ বিষয়া এজনেই অন্যতম প্ৰতি-ষ্ঠাতা বুলিব পাৰি—সেই কংগ্ৰেছৰ গুৰি ধৰোঁতা ভাৰতৰ শিক্ষিত সম্প্ৰদায়েই এই "মুক্তি আন্দোলনৰ" নেতা হৈ পৰিল। তেওঁলোকেই যেতিয়া এই মুক্তি-যজ্ঞৰ হোতা হৈ পৰিল, যজ্ঞেশ্বৰ মুক্তিনাথে দেখা দিবই দিব। প্ৰাক্ স্বাধীনতাৰ যুগত বৃটিছ কূটনীতিয়ে যিদৰে "পলাশিৰ" যুদ্ধত সাম্ৰাজ্য স্থাপন কৰি ভাৰতক বহুতীয়া কৰিলে, সেই কূটনীতিৰ বলতেই তাতোকৈ সহজ "গৃহ-কন্দল লগাই পচুলিয়ে পচুলিয়ে "খকণ গছ" কই থৈ গ'ল যাতে নিজৰ ভিতৰতে

সদায় "খৰিয়াল" হুগুছে। এই "খকণ" খৰিযালৰ বাবেই আজি ভাৰতৰ স্বাধীনতা বিপন্ন অৱস্থাত ভূ-ভাৰত খণ্ড-বিখণ্ড হবলৈ ধৰিছে।

অসমত ইংৰাজৰ আমোলত পৰ্বত-ভৈয়ামৰ জাতি-উপজাতিৰ মাজত দিনে দিনে ফাট মেলি আহিবলৈ ধৰিল। এই কামত খ্ৰীষ্টান মিশ্যনেৰী সকলেই গৌণভাবে সহায় হ'ল। তেওঁলোকে "অৰুণোদয" প্ৰকাশ কৰি অসমীয়া ভাষাত পোহৰ পেলালে। আনহাতে পৰ্ব্বত-ভৈয়ামৰ জনজাতিৰ মাজত আমাৰ অৱহেলাৰ সুযোগতে স্বভাৱতে ধৰ্ম্মপ্ৰচাৰৰ লগে লগে তেওঁলোকৰ মন আকৃষ্ট কৰিব পৰা সামাজিক উন্নতিৰ পথ দিনে দিনে মুকলি কৰি দেখুৱালে। গতিকে বাটপথ নোহোৱা ঠাইত তেনে এটা "সুগম পথ" লবলৈ ধৰিলে। ছেগ চাই সাম্ৰাজ্যবাদী চতুৰ ইংৰাজে এই জনজাতিবিলাকৰ মাজত অনা অসমীয়া বা অ-ভাৰতীয় ভাৱ সুমুৱাই দিলে। জন জাতিবিলাকৰ মাজত মিশ্যনেৰীসকলে ধৰ্ম্মান্তৰ গ্ৰহণ কৰোৱাতকৈ সাম্ৰাজ্যবাদী ইংৰাজে তাৰ সুযোগ লৈ তেওঁলোকৰ মাজত অ-ভাৰতীয় মনোভাৱ সৃষ্টি কৰাটোহে অতি অমঙ্গলৰ কথা হৈ পৰিল। এই কথা তেওঁলোকৰ ভিতৰুৱা ৰেকৰ্ডতে প্ৰকাশ পাইছে। অসমৰ ভূতপূৰ্ব্ব অস্থায়ী গৱৰ্ণৰ এজনে তেওঁৰ ৰিপোৰ্টত লিখিছিল "এই জড়োপাসক জাতিবিলাক ক্ৰমে খ্ৰীষ্টান ধৰ্ম্ম গ্ৰহণ কৰি আহিছে। লগে লগে তেওঁলোকৰ মনোভাবো অ-ভাৰতীয় হৈ আমাৰ ফালে ঢাল খাই আহিছে।" ৰাজনৈতিক দৃষ্টিভঙ্গীৰ ফালৰ পৰা, এই বিশেষ কাৰণতেই জন-জাতিৰ আইঁফলোৱা কথাৰ বাবেই আমি পৰ্ব্বতীয়া ভাইসকলৰ স্বকীয়া ৰাজ্য স্থাপনৰ সদায় বিৰোধী হৈ আহিছো। তেওঁলোকে যদি নিজৰ ভাষা সংস্কৃতি পূৰ্ব্বৰ দৰে ভাৰতীয় ভাষা সংস্কৃতিৰ একে পৰিয়াল জ্ঞানে ভাবিলেহেঁতেন, সম্পূৰ্ণ আমেৰিকান বা ইউৰোপীয়ান নিজ নিজ গীৰ্জা অনুসৰি নহলহেঁতেন, মনে-প্ৰাণে ভাৰতীয় খৃষ্টান সমাজভুক্ত হলহেঁতেন, নিজক আগতে ভাৰতীয়, পাচত ধৰ্ম্মত মাথোন খৃষ্টান বুলি ভাবিলেহেঁতেন, তেতিয়া খণ্ডিতভাবে বাঞ্ছনীয় নহলেও, স্বকীয়া ৰাজ্য হোৱাত যাই বস্তু ঐক্য-সংহতিৰ গুৰিগছত বাগীকুঠাৰ নপৰিলহেঁতেন। ১৯৪৭ চনত দেশ স্বাধীন হলত আমি "আসাম ত্ৰিবিউনত" এটি প্ৰবন্ধ লিখি, মিশ্যনেৰীসকলক গোহাৰি জনাইছিলো যে আমাৰ দোষতে আপোনালোকে পৰ্বতীয়া ভাইসকলক সকলো প্ৰকাৰে উন্নতিৰ বাট মুকলি কৰি দেখুৱালে। মহাপ্ৰভু যীশুক আমি আপোনালোকতকৈ কম নামানো। গতিকে তেওঁলোক খৃষ্টান হোৱাত আমাৰ আপত্তি থাকিব নোৱাৰে। কিন্তু তেওঁলোকৰ মনত স্বভাৱতে এনে এটা ভাৱ দৃঢ়ীভূত হৈ পৰিছে যে তেওঁলোক

যথাৰ্থতে আমেৰিকান বা ইউৰোপীয়ান চাৰ্চৰহে মানুহ, তেওঁলোক ভাৰতীয় নহয়। স্বাধীন ভাৰতত এতিয়া তেওলোকক স্বাধীন নাগৰিক হোৱাটো বাঞ্ছনীয়। সেইবাবে তেওঁলোকে নিজক এতিয়া অ-ভাৰতীয় (de-Indianised) আৰু বিজাতীয় (de-nationalised) বুলি ভবা উচিত নহয়। তেন্তে আপোনালোক কিছুকালৰ বাবে ভৈয়ামৰ মিশ্যনবিলাকলৈ যাওক আৰু ভৈয়ামৰ ভাৰতীয় মিশ্যনেৰীসকলৰ হাতত পৰ্ব্বতৰ মিশান চলোৱা ভাৰ দিয়ক। পৰ্ব্বতত স্বকীযা ৰাজ্য স্থাপনৰ আমি বিৰোধিতা কৰাৰ বীজ এই মাৰাত্মক de-Indianised আৰু de-nationalised মনোবৃত্তিত সোমাই আছে। তেওঁ-লোক প্ৰকৃততে খৃষ্টান ধৰ্ম্মগ্ৰহণ কৰি জাত্যান্তৰ হোৱা নাই। ভাৰতীয় ধৰণ-কৰণ সংস্কৃতি সমাজ ব্যৱস্থাৰ পৰা মনে-প্ৰাণে যিটো পৰিৱেশত ডাঙৰ দীঘল হৈ আহিছে, তাক স্বাভাৱিক কথা বুলিযেই ধৰিব লাগিব—আঁতৰি যোৱাটোহে প্ৰকৃত "জাত্যান্তৰ" হোৱা কথা। ধৰ্ম্মৰ ভেটি জাতীযতা আৰু সংস্কৃতিৰ ভেটিতহে সুদৃঢ় হৈ উঠে, নথহে, সদায পৱিত্ৰ বুলি ধৰা বস্তু হৈ থাকে।

তদুপৰি চতুৰ ইংৰাজে পৰ্ব্বত ভৈযামৰ সীমা মূৰলিত ইংৰাজ কোম্পানীৰ চাহ বাগিছাবিলাক খোলালে। সেযে এক ৰকম সীমান্ত প্ৰহৰী হৈ উঠিল। পৰ্ব্বত ভৈযামৰ মাজত অহা-যোৱা নিযন্ত্ৰিত হবলৈ ধৰে। তদুপৰি পৰ্ব্বতীযা ভাইসকলৰ মাজত ভৈযামতো বিশেষকৈ জনজাতিৰ মাজত "কাণি বৰ বিহ' চেলেকাই ক্ৰমে তেওঁলোকক নিশকতীযা কৰি আনিবলৈ ধৰিলে। এযে কূটনীতিত অদ্বিতীয সাম্ৰাজ্যবাদী ইংৰাজৰ "অসমৰ সীমান্ত নীতি'। এই নীতিত মিলিটেৰীৰ ঠাইত তেওঁলোকৰ বণিক সম্প্ৰদায আৰু ধৰ্ম্মযাজকসকলেই সীমান্ত প্ৰহৰী হৈ পৰিল। ডিঙিত halter ( হাৰমাল ) নহৈ Neck-tie ( নেকটাই ) হৈ পৰিল, তাতোকৈ সহজ হৈ পৰিল আমিও যেতিযা সেই "নেকটাই" মাৰিবলৈ শিকিলো। ডৰিকৰ যাইৰ অভাৱ নহল।

স্বাধীনতাৰ পূৰ্ব্বতে থকা এই সীমান্ত নীতিযে যিমানদূৰ হেঙাৰ হৈ পৰিছিল প্ৰাক্ স্বাধীনতা আৰু স্বাধীনোত্তৰ যুগত বৃটিছৰ কূটনীতিযে ভাৰতৰ সকলো ঠাইত যি কেইজোপা খকণ গছ কই লহপহকৈ বাঢ়ি আহিবলৈ দিলে তাৰ শিপা এতিয়া ইমান দকৈ সোমাল যে তাক এতিযা শিপাৰ সতে উঘালি পেলোৱা অসম্ভৱ হৈ পৰিছে। গুৰি ইমান শকত হৈ উঠিছে যে কুলা যেন কুঠাৰ একো-খনৰো দাঁত ভাঙিব। স্বাধীনতা দিলে, "ভাৰত ত্যাগ" কৰিলে, ভাৰতত "গণতন্ত্ৰ" স্থাপন হল। কিন্তু লগতে খকণ খৰিয়ালৰ বাঁহ পাতি থৈ গ'ল।

সম্প্ৰদায়ে সম্প্ৰদায়ে উচাট-বিচাট লগাব পৰা "কু-মন্ত্ৰ" দি থৈ গ'ল। বাইকৈ হিন্দু-মুছলমান, অনুসূচীত, জনজাতি, পাছ পৰা অঞ্চল, পাছু পৰা জাতি ইত্যাদি এশ এটা স্বকীয়া "গোট" কৰি ৰাজনৈতিক ক্ষমতা "bone of contention" অৰ্থাৎ খোৱা-কামোৰাৰ হাড কেইডাল দি থৈ গ'ল। এয়ে এতিয়া পূৰ্ব্বতে মহাভাৰতৰ যিধন কুৰুক্ষেত্ৰ ৰণত কৌৰৱ-পাণ্ডৱ উভয়ে ধ্বংস পালে, তাৰ শুচৰতে থকা "নয়া দিল্লীত" ৰাজনৈতিক কুৰুক্ষেত্ৰৰ "উদ্যোগ পৰ্ব্ব"। শকুনিৰ প্ৰতিশোধ স্বৰূপ এই যুগৰ "সঞ্জয়" সকলেও দিব্য দৃষ্টিৰে দেখি মোপোৱা ভাৰতত "কুৰুক্ষেত্ৰৰ" স্থল "পাকিস্তান" তৈয়াৰ কৰি থৈ গ'ল। তাত আজি "ওঠৰ অক্ষৌহিনী" সেনা বধ হ'বৰ আয়োজন হৈছে। যাহাৰ্‌ৱা থানৰ অন্ধ-ধৃতৰাষ্ট্ৰ ধ্বংস হ'বৰ উপক্ৰম।

এই সন্ধিক্ষণত প্ৰশ্নকৰোতাজনে আৰু এটা প্ৰশ্ন কৰিছে—অসমৰ নবীন প্ৰবীণ ৰাজনৈতিক নেতাসকলক আপুনি কি উপদেশ দিব খোজে? আমাৰ সুদীৰ্ঘ ৯২ বছৰীয়া জীৱনত একেৰাহে ৬০ বছৰ দেশ সেৱাৰ এটা নিছা বুলিযেই ধৰিছো। গতিকে তাত "সাধনা" বোলা বস্তুটো থাকিব নোৱাৰে—কামত লিপ্ত আছো। গতিকে এই ছোৱা কালত দেশৰ বহুত নবীন নেতাক এতিয়া প্ৰবীণ হৈ উঠা দেখিবলৈ পাইছো। একেষাৰ কথাৰে ক'বলৈ হ'লে যুগ ধৰ্ম মানি চলা অৰ্থাৎ ক্ষমতাৰ জালত বিভোৰ হৈ থকা এই সকল "প্ৰবীণ" নেতাৰ মাজত আমি, বোধহয় তাচপাতৰ "জকাৰটো" (Joker), আকৌ নবীন নেতা সকলে হয়তো ভাবিছে "ককাৰ" গাত আৰু কি আছে, এতিয়া তেওঁ একালৰ পৰা মৰি অহা গছৰ "শুকান ডাল"। গতিকে হিন্দীত এটা ফকৰা আছে "ধুবিকা কুত্তা, না এ ঘাট না ও ঘাট"। আমাৰো তদৱস্থা। হৈপাহেৰে বিচাৰিছে যেতিয়া এটা উত্তৰ দি থোৱা ভাল। আজি নতজানু হৈ (যদিও এটা আঠুত বিষ) ক'ব খোজো, দেখাতে শক্তিৰূপিনী ভাৰত জননীৰ কোলা শুৱনি দুহিতা জগতবৰেণ্য শক্তিমন্ত জৱাহৰলালৰ প্ৰাণতকৈয়ো অধিক মৰমৰ কন্যা ইন্দিৰা গান্ধীয়ে বিটো ধুমুহা তুলি মধ্যকালীন নিৰ্ব্বাচনত ভাৰতৰ তৰুণ শক্তিক প্ৰেৰণা যোগাই কংগ্ৰেছক আকৌ পূৰ্ব্বৰ পৱিত্ৰ আসনত স্থাপিত কৰিব পৰা শক্তি আৰ্জন কৰিলে, সেই শক্তিৰ বলত অৰ্জুনে "লক্ষ্য ভেদৰ" সময়ত যিদৰে কেৱল মাছৰ চকুটোহে দেখিছিল, সেইদৰে তেওঁ প্ৰতিশ্ৰুতি দিয়া "দেউজী বিপ্লৱ" ভীম প্ৰতিজ্ঞাৰ দৰে অব্যৰ্থ কৰি তোলক। "অশোক হোটেলতে" সাম্প্ৰতিকভাবে পিঠি দিয়ক, জনতাৰ কোটি কোটি নিৰন্নজনৰ মুখত পেট ভৰাকৈ ঘাতে তুলবাহ পৰে, দহোটা টাপলি নমৰা, "এক বস্ত্ৰা দ্ৰৌপদী" নহৈ

দুভোখৰ কানি-কাপোৰ যাতে পাব পাৰে, আকাশ-লজ্ঘা হৰ্ম্য অট্টালিকালৈ "মূৰৰ পাগুৰি খহা" দৃষ্টিপাত নকৰি, মূথচ নখহা ৰবৰুণত হুকসা, জাবত উম লগা ঘামত বতাহ অহা-যোৱা কৰা গুকান ভেটি, টুকুৰিয়ালে কনকনাই যোৱা বেৰ, এনে একোটি পঁজা ঘৰ ল'ব পৰা—অঁাচুৰি পেলাব লগীয়া অঁাচনিত নহয়—হাতে-কামে কৰিব পৰা কৰি তোলক। আনহাতে যি তৰুণ শক্তি খটুৱাই, তেওঁ কল্পনাতীত কৃতকাৰ্য্যতা লাভ কৰিলে সেই নিবন্ধুৱা লক্ষ লক্ষ তৰুণক পাঁচ লক্ষ গাওঁ সংগঠনৰ কামত শাৰীৰিক পৰিশ্ৰম দান দি নিজৰ খোৱা-লোৱা, থকা-মেলা, শ্ৰম-বিশ্ৰাম সুখকৰ কৰিব পৰা বৰ্ত্তমান যুগৰ আদৰ্শ-মুখী জীৱন ক্ৰমে গঢ়ি তোলাৰ কামৰ পৰিকল্পনা নহয়, পৰিণতি কৰি দেখুৱা-ওক, দহ বছৰৰ ভিতৰতে এই তৰুণ ভাৰতে ভাৰতক মহাত্মাৰ বৈজ্ঞানিক অৰ্থাৎ বিশেষ জ্ঞানে গৰকা পাঁচ লক্ষ গাঁৱৰ পোহৰত বিশ্বজগতত পোহৰ বিলাব পাৰিব।

অহা নিৰ্ব্বাচনত তৰুণ ভাৰতক (ডেকা-গাভৰুৰ মাজৰপৰা) শতকৰা অন্ততঃ পঞ্চাশখন আসন অধিকাৰ কৰিব পৰাকৈ এতিয়াৰ পৰা ভোটদাতা সকলক "ভোটৰ" ক্ষমতা, ভোটদাতাৰ দায়িত্ব, প্ৰতিনিধি সকলৰ চৰিত্ৰৰ মূল্য, প্ৰতিনিধিত্ব কৰাৰ অথ যে ভোটাৰজন নিজে নগৈ তেওঁকে সলনি দিছে, এই কথাৰ অৰ্থ কিমান গভীৰ, প্ৰতিনিধিজনো যাতে নিয়মীয়া সবল জীৱন যাপন কৰা সদাচাৰ সৎসঙ্গ লোৱা সমাজক "ড্ৰয়িং ৰুমৰ" দলিচা যেন নকৰা ইত্যাদি গাঁৱৰ প্ৰতিনিধিত্ব কৰিবৰ যোগ্য জনক ভোট দিবলৈ প্ৰশিক্ষণ দিয়াৰ যথাযোগ্য ব্যৱস্থা কৰক। বিৰোধী মাত্ৰ এটা বা দুটা দলতকৈ যাতে হ'ব নোৱাৰে, তৰুণ ভাৰতে নিজৰ অনুষ্ঠান বিলাককো সেই ৰূপ দি, এতিয়াৰ পৰা তেনে জনমত গঢ়ি তুলিবলৈ দেশৰ নেতৃত্বই ব্যৱস্থা কৰক। মুঠতে, দেশৰ সমস্যা "মুখে এক, পেটে আন" দল-উপদল বিলাকৰ দুৰ্ব্বাদল সংঘাতে সমাধান কৰিবৰ সময় উকলিল। এতিয়া জাতীয় সমস্যা, জাতীয় উৎপ্ৰেৰণা দিব পৰা জনতাক মৌলিক অধিকাৰ দিব পৰা, তেওঁলোকৰ মৌলিক অপৰিহাৰ্য্য ব্যৱহাৰিক, সাংস্কৃতিক, নৈতিক সমস্যা সমাধান কৰিব পৰা অঁাচনি আৰু তাক লগে লগে কাৰ্য্যকৰী কৰিব পৰা নেতৃত্বৰ প্ৰয়োজন। দেহ-মন-আত্মাৰ মাজত এটা বিপ্লৱৰ ঢৌ তুলি মন-গা-কামত উধাব পৰা হ'ব লাগিব। আজি জাতিয়ে গঙ্গা বুলিবৰ দিন নাই, জাতিৰ "কুম্ভমেলাৰ" হে আয়োজন হ'ব লাগিব।

আমিও শেহত এটা প্ৰশ্ন কৰিব খোজো। তৰুণ ভাৰত। তুমিও আজি লুভীয়া জিভাৰ কথা নুশুনি, গৰম দেশৰ হাৱা-পানীয়ে সুজাকৈ লঘু আহাৰ

শীতল পনীয়া বস্তু পেটক সুজাকৈ ব্যৱস্থা কৰিবানে? তাল গছৰ দৰে ওখ কেইবা মহলাৰ ঘৰেও মূৰ দোৱাৰ লগীয়া, মচি-কাচি থোৱা "নাম ঘৰৰ" দৰে পৰিকাৰ পৰিচ্ছন্ন আটোম-টোকাৰী ঘৰ-দুৱাৰ সাজি, তাতে সুখেৰে থাকিবলৈ অভ্যাস কৰিবানে? গ্ৰীষ্ম-প্ৰধান দেশত গাৰ ঘাম গাতে শুকাবলগীয়া কৰি, তাৰ বাবে টিকা-মূৰ গা-পা কথা কওঁতেও হাত খজুৱতি কামত ব্যস্ত থকাকৈ কেইবা তৰপীয়া পোচাক নিপিন্ধি, গাৰ অঙ্গ-প্ৰত্যঙ্গ আক লাহি পোচাকৰ মাজত বতাহ অহা-যোৱা কৰি, নাকে অহা-যোৱা কৰাৰ দৰে, প্ৰতি লোমকূপে দিও অহা-যোৱা কৰিবলৈ দিবানে? সেযে হ'লে তুষ্ট চিত্তই ওচৰ চাপিব পাৰিবনে? পেটত দূষিত বায়ু ওফন্দি উজাই উশাহ-গভত খুন্দা মাৰি প্ৰাণ বিপন্ন কৰিব পাৰিবনে? গাৰ ছাল ওকনি মাৰোতে ডোখৰে ডোখৰে চাবোন ঘঁহিব লাগিব নে? আমিও ইযাৰ উত্তৰৰ আশাত থাকিম।

## ঃ অসৱৰ্ণ বিবাহৰ বিষয়ে অভিমত ঃ

১০১। বৰ্ত্তমান আধুনিক সমাজত যি inter-caste marriage and inter-community marriage, প্ৰৱৰ্ত্তন হৈছে তাক চলি থাকিবলৈ দিব লাগেনে নালাগে? এই বিষয়ে আপোনাৰ মতামত জনাবনে?

সভ্যতাৰ জন্মভূমি ভাৰতবৰ্ষ "আদি জগত জন পূজ্যা" ভাৰত জননী যে যুগে যুগে পৰপদ-দলিতা হৈ আহিছে, জাতিভেদ, বৰ্ণভেদ, জাতৰ অত্যাচাৰ, এই তিনি ঘাই কাৰণতেই জাতিটো দুৰ্ব্বল হ'ল, পশ্চিমৰ ছাঁটোও অস্পৃশ্য হ'ল। একেটা লো যেন বাঁহেই ছিৰিলি ছিৰিলি কৰি লেহুকা কৰা দৰে, জাতবো নানা ভাগ হৈ চুকে চুকে "বাৰ জাত তেৰ চক হ'ল"। এয়ে এই জনতাৰ যুগত ভাৰত স্বাধীন হোৱাৰ পাছতো ভাৰতৰ বিশাল বক্ষতো, টোপনিত খেতৰে বুকুত হেঁচা মাৰি ককৰকোৱাইছে। সাৰ পাই দেখা যায়, সি একো খেতৰ নহয়, নিজৰ হাতখনেই বুকুত পৰি, তেনে ককৰকনি লগাইছিল। এতিযা এই "জাত" খেতৰে ভাৰতৰ বিশাল জাতিটোকো দুৰ্ব্বল কৰি তুলিছে। এই মানসিক দুৰ্ব্বলতা, নৈতিক অবিচাৰ, আত্মঘাতী ব্যৱস্থা দূৰ কৰিব লাগিব। এই বৈজ্ঞানিক যুগত, যি সময়ত "**Blood Bank**" ব্যৱস্থা হৈছে, যি সময়ত বৈজ্ঞানিক প্ৰণালীৰে সঙ্গম নোহোৱাকৈ প্ৰজনন পৰ্য্যন্ত সম্ভৱপৰ হৈছে, মানুহৰ **Organ**

পৰ্য্যন্ত সমাজ পৰা বন্ধ হ'বলৈ ধৰিছে, এই সময়ত অসবৰ্ণ বিবাহ হ'ব পাৰে নে নোৱাৰে, এই প্ৰশ্নই অযুক্তিকৰ। কাৰ্য্যস্থলত আমি দেখি আহিছো ভাৰতৰ কোনো জাতিয়েই "স্বৰ্ণ শঙ্কৰ" নোহোৱাকৈ থাকিব পৰা নাই। আৰু ভাৰতৰ সমাজ ব্যৱস্থায়ো অতীজতে কৈ আহিছে বীৰ্য্যবান লোকৰ অসবৰ্ণ বিবাহ দোষৰ কথা নহয়। ঋষি মুনি সকলেই তাৰ প্ৰমাণ। মৎস্য গন্ধাৰ গৰ্ভত পৰাশৰ মুনিৰ ঔৰসত ব্যাসদেৱৰ জন্ম। এইদৰে অনেক উদাহৰণ আছে। এক পুৰুষত বৰ্ণশঙ্কৰ, কেইপুৰুষ মানৰ পাছত উচ্চবৰ্ণ হিন্দু, ভাৰতৰ সকলো জাতিৰ মাজতে আছে। গতিকে "অবিমিশ্ৰিত ৰক্ত" বোলা কথাষাৰ কোনো জাততে নেখাটে। আমি নিজে জনা কথা। বণিয়া সম্প্ৰদায়ৰ শিক্ষিত অবিবাহিত ডেকা বিষয়া এজনলৈ আমাৰ নিজা সম্বন্ধীয়া এজনে ছোৱালী এগৰাকী বিয়া দিবলৈ বৰকৈ মন মেলিছিল। কিন্তু যেতিয়াই জানিলে, তেওঁ বণিয়া সম্প্ৰদায়ৰ ডেকা তেতিয়াই উচাপ্ খাই ক'লে "কি কাম কৰিবলৈ ওলাইছিলো। ভাগ্যে হৈ নুঠিল"। গতিকে জাত-কুল নজনা হ'লে 'ভাগ্যৰ বলত্ হে এনেজন জোৱাই পালো বুলি জহালেহেতেন। গতিকে পুৰুষে পুৰুষে মানি অহা "জাত" এটা মানসিক ব্যাধি মাথোন।

এই জনতাৰ যুগত মানুহৰ সৰ্ব্বপ্ৰকাৰ "মুক্তিৰ যুগত" এতিয়া দুটা মাত্ৰ জাত থকা উচিত। শিক্ষিত আৰু অশিক্ষিত। শিক্ষাৰ মাধ্যমেৰে থকা-মেলা, খোৱা-লোৱা, আচাৰ-ব্যৱহাৰ সমপৰ্য্যায়লৈ উঠা তথা-কথিত সকলো জাতি, সকলো সম্প্ৰদায়, সকলো বৰ্ণৰ মাজত বৈৱাহিক সম্বন্ধ নঘটিলে, ভাৰত এক জাতি, এক প্ৰাণ হৈ বৰ্ত্তমান যুগত পৃথিৱীৰ ভিতৰত লেখত ল'বলগীয়া জাতি হৈ উঠা টান। আগধৰি "জাতক' জাত্যান্তৰ কৰি ল'লেই এই কাম স্বভাৱতে সহজ হৈ আহিব। তেতিয়া "অসবৰ্ণ বিবাহ" কথাষাৰেই অৰ্থহীন হৈ পৰিব। হিন্দু সমাজত অনুলোম-প্ৰতিলোম বিবাহৰ ব্যৱস্থা নোহোৱাও নহয়।

## ঃ পৰিয়াল পৰিকল্পনা ঃ

১০২। আমাৰ দেশখনৰ সন্মুখত বৰ্ত্তমান আটাইতকৈ ডাঙৰ সমস্যা হৈছে তীব্ৰ গতিত বৃদ্ধি পোৱা জন সংখ্যাৰ হাৰ। বৰ্দ্ধিত জন-সংখ্যা হ্ৰাস কৰাৰ কাৰণে পৰিয়াল পৰিকল্পনা জনসাধাৰণৰ মাজত সফল হৈছেনে ?

"পৰিয়াল পৰিকল্পনা" উপাযান্তৰৰ ব্যৱস্থা। ই স্বাভাৱিক নৈতিক কথা নহয়। আমাৰ ভাৰতীয আদৰ্শত পত্নী দুবিধ—ধৰ্ম্ম পত্নী, কাম পত্নী। ধৰ্ম্ম পত্নীৰ সন্তান উৎপাদন কেৱল বংশধাৰা ৰক্ষাৰ্থে। গতিকে পতি-পত্নীৰ সঙ্গম কাম-প্ৰবৃত্তি চৰিতাৰ্থৰ বাবে নহয, কেৱল বংশ ৰক্ষাৰ্থে। গতিকে তেনে ধৰ্ম্মমুখী কাম সংযমমুখী নহৈ নোৱাৰে। আমাৰ দেশত পতি-পত্নীৰ আচৰণৰ বিষযে লিখা কথাখিনি "কামশাস্ত্ৰ"হে। গতিকে, আগৰ দিনত ব্ৰহ্মচৰ্য্য ব্ৰত হে। "খোৱাৰ বিশ্বাস, শোৱাৰ বিশ্বাস" এই দুই কথাতে স্বাস্থ্য আৰু সংযমৰ মৰ্ম্ম দকৈ শিপাই আছে। এই "ধৰ্ম্ম-পত্নীৰ" ভাবত, সহবাসৰ সংযমত আচল পৰিযাল পৰিকল্পনা সোমাই আছে বুলি ক'ব লাগিব। বৰ্ত্তমানৰ পৰিযাল পৰিকল্পনাত "জন্ম নিৰোধৰ লগে লগে, ব্যভিচাৰৰো বাট মুকলি হ'ব পাৰে। জনসাধাৰণৰ দৰিদ্ৰতাযো জনসংখ্যা বৃদ্ধিৰ অন্যতম কাৰণ। মানুহ মাত্ৰেই সুখ, আনন্দ বিচাৰে। সেযে উচ্চ স্তৰৰ বা নিম্ন স্তৰৰ হ'ব পাৰে। অৱস্থাপন্ন উন্নতি পথৰ পথিক পৰিযালে পৰিযালটো আৰু উন্নত কৰি কেনেকৈ এৰি যাব পাৰে, সেই উচ্চ-চিন্তাই মন আকৰ্ষণ কৰে। গতিকে কম সন্তান হোৱাটো বাঞ্চা কৰে। তদুপৰি নানা বিধ আমোদ-প্ৰমোদত মনৰ সুখ আৰু আনন্দ অব্যাহত থাকে। দৰিদ্ৰৰ ঘৰ নহয অন্ধকাৰ বাঁহ তল। কোনো আশা-ভৰসা আমোদ-প্ৰমোদৰ বাট নাই। উচ্চ আকাঙ্ক্ষা থাকিব নোৱাৰে। গতিকে ইন্দ্ৰিযাসক্তিকেই এক-মাত্ৰ সুখ বুলি ধৰে। তল খাপৰ জন্তুৰ দৰে সন্তানো সৰহ।

যি হওক, দেশৰ অবাঞ্ছিত জনসংখ্যা বৃদ্ধিলৈ চাই "পৰিযাল পৰিকল্পনা" অপৰিহাৰ্য্য ব্যৱস্থা হৈ পৰিছে। কিন্তু, সিও প্ৰায শিক্ষিত জনা-বুজা পৰিযালৰ ভিতৰত হে বেছিকৈ আবদ্ধ আছে। জনসাধাৰণৰ মাজত এটা ডাঙৰ আন্দোলন আৰু প্ৰচাৰ নোহোৱাত এপাচী শাকত এটা জালুকৰ দৰে কাম হৈছে। নিৰক্ষৰ ৰক্ষণশীল সকলে এনে ব্যৱস্থা সমৰ্থন কৰিবও নোখোজে। গতিকে এই বিষযে সমাজৰ শিক্ষিত সকলে ঠাযে ঠাযে আনুষ্ঠানিক ভাৱে জন-সাধাৰণক ইযাৰ আৱশ্যকতাৰ বিষযে প্ৰত্যয নিযাব পৰা প্ৰচাৰ চলোৱা উচিত। চৰকাৰেও বিষযা সকলক মিছনেৰীৰ দৰে কাম কৰিবলৈ নিৰ্দ্দেশ দি কাৰ্য্যস্থলত কি হৈছে, তাকো পৰিদৰ্শন কৰাৰ দাযিত্বপূৰ্ণ ব্যৱস্থা কৰা কৰ্ত্তব্য।

## ঃ বাংলা দেশৰ বিষয়ে অভিমত ঃ

১০৩। বৰ্ত্তমান সময়ত পূব-পাকিস্তানে পাকিস্তানৰ আদৰ্শ এৰি কিয় "বাংলাদেশ" গঠন কৰি স্বাধীনতাৰ বাবে প্ৰাণ আহুতি দিছে ?

মানুহৰ জাতি আৰু সংস্কৃতি স্বয়ম্ভু বস্তু। তাক ঈশ্বৰেও ইচ্ছামতে একোটা নতুন গঢ় দিব নোৱাৰে। ধৰ্ম্মৰ ভেটিত পূব আৰু পশ্চিম পাকিস্তান "পানীৰ ঔটেঙা" সৃষ্টি হ'ল। ২৩ বছৰৰ পাছত পাঠান আৰু বঙালী ভাষা আৰু সংস্কৃতিগত জাতীয় জীৱনৰ আচল ৰূপ ওলাই পৰিছে। ধৰ্ম্মৰ মুখা খহি পৰিছে। মুচলমানৰ "হোকা" এক হ'লেও "ভুখা" সময়ত হোকাই নেতাৰে। মচজিদ একে হলেও "মহাল্লা" একে নহয়। গতিকে উভয় পাকিস্তানে "আদৰ্শ" যথাৰ্থতে এৰা নাই, বৰং আদৰ্শভ্ৰষ্ট হৈছিল, এতিয়া উভয়ৰে স্বাভাৱিক নিজ ৰূপ ওলাই পৰিছে। ইচলামত "নাপাক" স্থান পৃথিৱীত হ'ব নোৱাৰে। গতিকে ধৰ্ম্ম, ভাষা, সংস্কৃতি কোনো ফালৰ পৰাই "পাকিস্তান" হব নালাগিছিল। বঙ্গোপসাগৰতে পাকিস্তানৰ বুৰ-বুৰণি চিৰদিনলৈ মাৰ যাব।

১০৪। বাংলা দেশক ৰাজনৈতিক স্বীকৃতি দিয়াৰ বাবে আপোনাৰ মতামত কি ?

নিৰস্ত্ৰ নিৰীহ নিৰ্দ্দোষী গৰ্ভত থকা সন্তানকো নৃশংসভাবে হত্যা কৰা কাম বনচৰ জন্তুৰ লগত কেচা মঙহখোৱা কালতো ভাবিব নোৱাৰা কথা। আজি বৈজ্ঞানিক সভ্যতাৰ যুগত দিনে হাজাৰ-বিজাৰ অসহায় লৰা-তিৰোতা, বুঢ়া-বুঢ়ীক অমানুষিক অত্যাচাৰ কৰি বৰটোপৰ মুখত দিয়া, বোমা পেলাই মৰা, তাতোকৈ অসহনীয় তিৰোতাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিও প্ৰাণ নাশ কৰা, ইয়াতকৈ সভ্য জগতত অধিক বৰ্ব্বৰ আচৰণ আৰু কি হ'ব পাৰে! অথচ দেশ স্বাধীন কৰিবলৈ লৰাৰ পৰা বুঢ়ালৈকে আজি জুইত ফৰিং পৰাতকৈও সহজ কাম হৈ উঠিছে। আনহাতে এনে ৰক্তপাত (Genocide) আন্তৰ্জ্জাতিক দোষৰ ভিতৰত গণ্য কৰা হৈছে। সেই কাম ৰাষ্ট্ৰসংঘৰ বিচাৰৰ বিষয় বুলি ধৰা হৈছে আৰু অনেক ক্ষেত্ৰত তাক বলবৎ কৰাও হৈছে। নিজে পৰাধীন অৱ-

স্বাতো স্পেইনৰ মুক্তিত এই ভাৰতৰে "নৱ জাগৰণৰ" ঋষি ৰাজা ৰামমোহন ৰায়ে আনন্দত এটি ভোজ দিছিল। আজি মুক্ত ভাৰতে নিজৰ চাপৰ সিপাৰেই নিজৰ তেজ-মঙহ, অসহায় ককাই-ভাই, বাই-ভনীৰ ওপৰত নৃশংস অত্যাচাৰ চকুৰ আগতে দেখিও অন্যায় অধৰ্ম্ম কাম বুলি বুজিও "বাংলা দেশ" স্বাধীন বুলি স্বীকৃতি দিব পৰা নাই, সেই কথাও সকলো ফালৰ পৰা চিন্তা কৰি চাব লাগিব। পৃথিবীত গাৰ বলেই যেতিয়া শেষ সিদ্ধান্তৰ অনীতিমূলক নীতি হৈ এতিয়াও কাম কৰিছে, ভাৰতে স্বীকৃতি দিলেনো কি হ'ব পাৰে সেই কথাও পাহৰিলে নচলিব। এইদৰে ভাৰতক লেটিপেটি হোৱা দেখিলে ভাৰতৰ দেখাদেখি বা ভাৰত বিপন্ন হলে ভিতৰি ভালকে পোৱা দেশবিলাকৰ ছল লাগি পৰাৰ কথাও ভাবিব লাগিব। গতিকে দূৰৰ পৰা "মোমাযে কাঠ কাটে, মাযে পানী যেন দেখে" এই দৰে চালে ভুল হ'ব। বৰ্ত্তমান সময়ত স্তূপাকাৰ আনৱিক বোমাৰ মাজত সাম্ৰাজ্যবাদ, ধনতন্ত্ৰবাদ, উপনিৱেশবাদৰ ফেঁটি সাপৰ মূৰ ভাগিল যদিও মাজ কঁকালৰ কোব পাহৰিব নোৱাৰি, নেজডাল এতিয়াও কোবাই থকা অৱস্থাতে যথেষ্ট সাৱধানে চলিব লাগিব। কিন্তু U N. O. ই য়াহ্‌যা খানে ৰেডক্ৰছকো সোমাবলৈ নিদিয়া চকুৰ আগতে লাখ লাখ নিৰ্দ্দোষীৰ ৰক্তপাত কৰা নিৰ্ব্বিকাৰ ভাৱে চাই থাকিব লগীয়া অৱস্থা বুজি, হ'ব পাৰিলেও আজি অত বছৰে লাহে লাহে জগতৰ জাতিবিলাকৰ মাজত যিটো নৈতিক বল সুদৃঢ় ভেটিত প্ৰতিষ্ঠা কৰা কামত অতৰ্কিতে আগবাঢ়ি আহিবলৈ ধৰিছিল সেই কামত আকৌ দুৰ্ব্বলতাই দেখা দিয়াৰ আশঙ্কা। সেযে হ'লে পাশৱিক বলে আৰু অমানুষিক অত্যাচাৰ কৰিবলৈ সাহ কৰিব। গতিকে এতিয়া এচিয়া আৰু আফ্ৰিকা দেশৰ এইদৰে স্বাধীনতা পাযো বিপন্ন হোৱা দেশবিলাকে ৰাষ্ট্ৰ-সংঘত এই বিষয়ে একমত হৈ যি কেইখন শক্তিমন্ত দেশে পৃথিবীৰ সমূহ জাতিক নিৰস্ত্ৰ কৰি আনৱিক বোমাৰ স্তূপ ধ্বংস কৰিবলৈ এতিয়াও ইতস্ততঃ কৰি আছে, তেওঁলোকক স্থিৰ সিদ্ধান্তলৈ আহিবলৈ নৈতিক বল প্ৰযোগ কৰক। নহ'লে এই দুই মহাদেশৰ পঙ্গপাল জনতাই ৰাষ্ট্ৰসংঘৰ দুৱাৰ মুখত অৰ্থাৎ সেই শক্তিমন্ত জাতিসকলৰ লগত নিৰুপদ্ৰৱ অসহযোগ আন্দোলন আৰম্ভ কৰক। এইদৰে জীযাতে জুইত আধাপোৰা হোৱাতকৈ আনৱিক বোমাত চকু পচাৰতে প্ৰাণ ত্যাগ কৰাই শ্ৰেয। মুঠতে, এই বিষযেও মহাত্মাৰ আদৰ্শ আৰু কৰ্ম্মপদ্ধতি গ্ৰহণ কৰি স্বাধীনতাকো মুক্ত কৰিব লাগিব। জগতে এদিন নহয় এদিন নৈতিক বলৰ আগত পশুবল বলিদান দিব লাগিবই লাগিব। **Right is might** অৰ্থাৎ মানবীয় স্বত্ব সাব্যস্ত হ'বই হ'ব। ভাৰতে এই পথো দেখুৱাব

লাগিব। ভাৰতে অকলৈ হ'লেও এই বজ্ৰপাতৰ বিৰুদ্ধে থিয় হ'বই লাগিব নিজক "তেজমুইয়ে" ধৰা লৈ অপেক্ষা কৰা উচিত নহয়।

১০৫। বাংলা দেশৰ পৰা অহা ভগনীয়া সকলক ভাৰতৰ যি কোনো ৰাষ্ট্ৰত স্থায়ীভাবে স্থান দিয়াৰ বাবে আপোনাৰ মতামত কি ?

এই বিষয়ে ক'ব পাৰি যে মানুহে নিজ দেশ এৰি স্বৰ্গতো সুখ নাপায়। এইটো স্বাভাৱিক কথা। নহলে "জননী জন্মভূমি স্বৰ্গতো অধিক" বোলাৰ কোনো অৰ্থ নাথাকে। এতিয়া ভাৰতৰ ভগনীয়া সমস্যা "বাংলা দেশ" স্বাধীন হ'লে—আৰু নহৈ নাথাকেও,—ই দিন যেন পোহৰ হৈ থকা কথা। আজি অত দিনে নিৰ্ব্বাসিত হৈ দুৰ্ব্বহ জীৱন যাপন কৰা পাকিস্তানৰ ভগনীয়া সকলৰ সমস্যাই সম্পূৰ্ণ নতুন ৰূপ ধৰিব। বাংলা দেশৰ" এতিয়া লক্ষ লক্ষ লোকে প্ৰাণদান দি দেশ স্বাধীন কৰাৰ পাছত, আজি অত কালে "ভগনীয়া" হৈ থকা সকলে এনেও "স্বাধীন বাংলা দেশত" নিজৰ মাটি ভেটিত আত্মীয় স্বজনৰ মাজত সুখে-শান্তিৰে থাকিবলৈ স্বভাৱতে ব্যাকুল হৈ উঠিব। গতিকে "বাংলা দেশ" স্বাধীন হোৱা মাত্ৰে "ভগনীয়া" সকল এনে অবাঞ্ছনীয় নাম লৈ থাকিব নুখুজিব। সেয়ে স্বাভাৱিক কথা। অন্য এখন দেশত স্থায়ীভাৱে থকাৰ প্ৰশ্ন উঠিব নোৱাৰে। অৱশ্যে অনেকে আকৌ ইয়াতেই থিলঞ্জীয়া হৈ থাকিবলৈ বিশেষ বিশেষ কাৰণত ইচ্ছা কৰিব পাৰে। সিও স্বাভাৱিক কথা।

## ঃ আন আন প্ৰশ্ন ঃ

১০৬। অসমৰ ৰাজধানী শিলঙৰ পৰা আহিব লগীয়া হোৱাত যি সমস্যাই দেখা দিছে সেই বিষয়ে আপোনাৰ মতামত কি?

এই প্ৰশ্নৰ উত্তৰ ভৱিষ্যতলৈ লক্ষ্য কৰি দিয়া উচিত বুলি ভাবো। বৰ্ত্তমান বৈজ্ঞানিক যুগত এটা জাতিৰ জাতীয় জীৱন বুলিলে বাহ্যিক আৰু আভ্যন্তৰিক সম্পদ আহৰণৰ কেন্দ্ৰীভূত একোখন ৰাজধানী বা সুচল ঠাই হোৱা উচিত য'ত ভাৱৰ আদান-প্ৰদান আৰু ব্যৱহাৰিক জীৱনৰ আচ-বাব সহজে কৰায়ত্ত কৰিব পাৰি। আমি আন্তৰিকভাৱে বিশ্বাস কৰো বৰ্ত্তমান যুগত আদৰ্শগত এই দুই বিষযে দুখন সুকীয়া ক্ষেত্ৰৰ পৰিৱেশ সৃষ্টি কৰা দৰকাৰ। আজিৰ বাস্তৱবাদী জগতৰ বাহিৰৰ সম্পদৰাশিৰ সমৃদ্ধিৰ বাবে কল-কাৰখানা ব্যৱসায-বাণিজ্য আদি বস্তু সম্ভাৰ একে ঠাইতে সুচল লগাই কেন্দ্ৰস্থল কৰা দৰকাৰ, যাতে সেই কেন্দ্ৰৰ পৰা এইবিলাক কামৰ পৰিধিক্ৰমে বিস্তাৰ হৈ পৰে। দ্বিতীয় কেন্দ্ৰ স্থল বা ৰাজধানী—মানবীয অন্তৰ্মুখী বিভূতিৰ অধিকাৰী হৈ মানৱ সমাজৰ অপৰিহাৰ্য্য মনোৰাজ্যৰ বিস্তৃতি বঢোৱা। আজি আমেৰিকা মহাদেশত নিউইযৰ্ক আৰু ৱাশ্বিংটন তাৰ নিদৰ্শন। এই বৈজ্ঞানিক যুগত ভৌগোলিক কেন্দ্ৰ স্থলৰ কোনো যুক্তি নাই।

ভৱিষ্যত আন্তৰ্জ্জাতিক সম্বন্ধলৈ চাই অৰ্থাৎ তেওঁলোকৰ সহ-অৱস্থান আদি পঞ্চশীল নীতিৰ অপৰিহাৰ্য্যতালৈ চাই ক'ব লাগিব চীন আৰু ভাৰতৰ মনো-মালিন্য এইদৰে চলি থাকিব নোৱাৰে। "চীনী-হিন্দী ভাই ভাই" আকৌ হ'বই লাগিব। "আজিৰ শত্ৰু, কাইলৈ মিত্ৰ" এই কথা যদি ঘৰুৱা ওচৰ-চুবুৰীয়া জীৱনত সদায ঘটি আহিছে, জাতিযে জাতিযে সময়ত সংঘৰ্ষ, কিন্তু স্বভাৱতে ওচৰ-চুবুৰীয়াৰ যিটো মিলা-প্ৰীতি, সেই কথাও সত্য। গতিকে এদিন নহয় এদিন অসম, ভাৰত আৰু চীন-বৰ্ম্মা-তিব্বত আদি দেশৰ অহা-যোৱা কৰা দীঘলি বাটটো হ'বই হ'ব। তেতিয়া অসমখন ভৌগোলিক ৰাজনৈতিক কাৰণত একৰকম আন্তৰ্জ্জাতিক মিলনক্ষেত্ৰ হৈ উঠিব। সেই কাৰণে আমি ক'ব খোজো ব্ৰহ্মপুত্ৰৰ ওপৰে সদিয়াৰো উত্তৰ পূবে এখন দলং হোৱা উচিত (অৱশ্যে সময় সাপেক্ষে) শিলঘাটত আন এখন, গুৱাহাটীত হৈছে, যোগীঘোপাত এখন (এই

খন আগধৰি হোৱা উচিত বুলি ক'ব লাগিব )। ওপৰত যুক্তি দেখুওৱা কথাখিনি যদি প্ৰনিধানযোগ্য, তেনেহলে ৰাজধানীখন বৰ্ত্তমান যুগক সুজাকৈ সম্পূৰ্ণ বৈজ্ঞানিক প্ৰণালীৰে মনোমত ভাবে ( Well-laid ) মহানগৰী হ'ব লাগিব। সেই ৰাজধানীয়ে ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আধুনিক সমাজ জীৱনৰ সকলো অঙ্গ-প্ৰত্যঙ্গই মুক্ত আকাশৰ নিৰ্ম্মল বায়ু সেৱন কৰিব পৰা পৰিৱেশ সৃষ্টি কৰা উচিত। একেষাৰ কথাৰে ক'বলৈ হ'লে, গুৱাহাটী যেতিয়া অসমৰ "নিউইয়ৰ্ক" হৈ গঢ়ি উঠিছে, অসমৰ "ৱাশ্বিংটনো" সেইদৰে সম্পূৰ্ণ বৰ্ত্তমান যুগৰ আহিত ৰাজনীতি, সমাজনীতি, শিক্ষানীতি, অৰ্থনীতি আদি জাতীয জীৱনৰ সৰ্ব্বপ্ৰকাৰৰ "গবেষণাগাৰ"ৰ দৰে হৈ উঠা দৰকাৰ। তেনে শান্ত সুস্থিৰ যন্ত্ৰৰ কোলাহল আৰু কল-কাৰখানাৰ ধুমাচ্ছন্ন আকাশ,ব্যৱসায়-বাণিজ্যৰ টোপনিতো টকাকেই স্বপ্ন দেখা অৱস্থাৰ পৰা মুক্ত হ'ব পাৰিব। তেতিয়া প্ৰকৃততে এটা স্বাধীন জাতিৰ স্বাধীন চিন্তা সমবিচাৰৰ ক্ষেত্ৰ দেশক সুজাকৈ আদৰ্শ আৰু কাৰ্য্যপন্থাৰ সুচিন্তিত পৰিকল্পনাৰ আঁচনি কাৰ্য্যকৰী হৈ উঠিব। ধূম্ৰাক্ষী ৰাক্ষসীয়েও দিনে-ৰাতি সেইবিলাক আঁচনিত আঁচোৰ একোটা দিবলৈ সুবিধা নাপাব। মুঠতে বৰ্ত্তমানৰ বস্তুবাদী সমাজত এখন ধনসম্পদ সমৃদ্ধিৰ ৰাজধানী, আনখন মনীষাৰ অৰ্থাৎ এটা জাতিক সকলো প্ৰকাৰে প্ৰেৰণা পৰিকল্পনা নৈতিক চৰিত্ৰবল দিব পৰা ৰাজধানী, অৰ্থাৎ কেন্দ্ৰ স্থল হোৱা উচিত। কেন্দ্ৰৰ অস্তিত্ব পৰিধিৰ মাজতহে। পৰিধিয়েও যিমানেই বিস্তাৰ লাভ কৰে, কেন্দ্ৰৰো স্থিতি-স্থাপক শক্তি সিমানেই গভীৰ হৈ উঠিব।

১০৭। বৰ্ত্তমান সময়ত কল-কাৰখানাৰ ধোঁৱাই বিশ্বৰ বায়ুমণ্ডল দূষিত কৰি তুলিব আৰু উদ্বৃত জুলীয়া পদাৰ্থ বিলাকে ( Sewage ) সাগৰৰ পানী পৰ্য্যন্ত দূষিত কৰি তুলিব ( আগন্তুক ৫০ বছৰৰ ভিতৰত ) এই মত বৈজ্ঞানিক সকলে সময়ে সময়ে প্ৰকাশ কৰি আহিছে। এই বিষয়ে আপোনাৰ মতামত কি?

নজনাৰ দোষত "গাহৰি গৰালৰ দৰে" একোটা পকী খোটালিত আৰ-কালি ভিতৰত কয়লাৰ জুই ধৰি দুৱাৰ খিড়িকী ( নামমাত্ৰ এবেগেতীয়া ) বন্ধ কৰি শোৱাপাটীতেই মৰি থকা বহুৱাৰ বাতৰি সদায় বাতৰি কাকতত ওলায়েই থাকে। আৰ কালি কলিকতাৰ নিচিনা মহানগৰীত ৰাতিপুৱা মুখ ধোওঁতে

নাকৰ শেহুন ক'লা হৈ ওলোৱা কথাই প্ৰমাণ কৰে। আমি আন্তৰ্জাতিক পত্ৰিকা বিলাকত বৈজ্ঞানিক সকলৰ এই বিষয়ে লিখা প্ৰবন্ধ-পাতি পটি থাকোতে যেন সেই দূষিত বায়ুকেই সেৱন কৰিছো, সেই বিষাক্ত পানীকেই পান কৰিছো মনত এনে ভ্ৰম ওপজে। বিজ্ঞানৰ বলেৰে উদ্ভাৱিত হোৱা বৰ্ত্তমানৰ যান্ত্ৰিক যুগৰ কল-কাৰখানাই যে একালৰ পৰা পৃথিবীখন অতৰ্কিতে মৰিশালী কৰি আনিছে, বৈজ্ঞানিকৰ মতেই ৰাসায়ণিক সাৰত উৎপন্ন হোৱা শাক-পাচলি, মাহ-সৰিযহ, ধান আদি শস্যই যে দৈনিক আহাৰো বিষাক্ত কৰি তুলিছে, এই কথা দেশৰ এতিয়াও সতৰ্ক বাণী হৈ উঠা নাই। আমি সদায় বিশ্বাস কৰি আহিছো, মানুহ প্ৰাকৃতিক পৰিৱেশৰ মাজৰ পৰা যিমানেই আঁতৰি আহিছে, দেশৰ হাৱা-পানীক সুজা স্বাভাৱিক আহাৰ মুখৰ তুষ্টিলৈ চাই শৰীৰৰ পুষ্টিলৈ লক্ষ্য নাৰাখি খাবলৈ ধৰিছে, সিমানেই অকাল বাৰ্দ্ধক্য, অকাল মৃত্যুৰ মুখত পৰিছে। যন্ত্ৰ যুগৰ যন্ত্ৰনাৰ হাত সাৰিবলৈ বৈজ্ঞানিক সকলে আকৌ চিন্তা কৰক, মৰণাস্ত্ৰৰ গবেষণা কৰি মহাপাপত নৰকলৈ নগৈ, বিজ্ঞানক যদি সেৱিকাৰূপে আগবঢায, তেনে সেৱাই ' মানৱ ধৰ্ম্ম'' ৰক্ষা কৰিব।

১০৮। বিদেশত পঢিবলৈ, চাকৰি কৰিবলৈ, বাণিজ্য কৰিবলৈ যোৱা ভাৰতীযসকলে সেই সেই দেশৰ মানুহৰ লগত কেনে আচৰণ কৰিব লাগে, এই বিষযে আপোনাৰ অভিজ্ঞতাৰ পৰা দুআষাৰ কওক।

ভাৰতৰ পৰা যিসকল বিদেশলৈ গৈছে বৰ্ত্তমান সময়ত হাজাৰ হাজাৰ জন স্থাযীভাবে তাত আছেও। তেওঁলোকে প্ৰাচ্য-প্ৰতীচ্যৰ ভিতৰত ঐক্য-সংহতি, ভাবৰ আদান-প্ৰদান, ভাৰতীয শিল্প কলাৰ প্ৰতি আকৃষ্ট হ'বলৈ যথেষ্ট সুযোগ পাব পাৰে। এসময়ত সমুদ্ৰ যাত্ৰা একৰকম নিষেধ বা বিৰল থকা কালতো ৰাজা ৰামমোহন ৰায, স্বামী বিবেকানন্দ, ৰবীন্দ্ৰনাথ, ভাৰতৰ স্বাধীনতা আন্দোলনৰ সমযতো মহেন্দ্ৰ প্ৰতাপ, এম্ এন্ ৰায, ৰাসবিহাৰী বসু প্ৰমুখ্যে দেশ এৰি বিদেশত আন্দোলন কৰা, শেহত ভাৰতৰ মুক্তিৰ কাৰণে ৰাজনৈতিক "যাদুকৰ" নেতাজীযে যিটো আন্তৰ্জ্জাতিক আলোডন দিব পাৰিছিল, ভাৰতীয জীৱনৰ মহান আদৰ্শৰ চিত্ৰ বিদেশৰ চকুত প্ৰতিফলিত কৰাব পাৰিছিল, এতিযা লাখ লাখ ভাৰতীয লোক বিদেশত থাকিও, তেনেদৰে ভাৰতৰ প্ৰতি আকৃষ্ট কৰাব পাৰিছে বুলি মনে নধৰে। তাৰ কাৰণ, অনুমান হয যে তেওঁ-লোকে ভাৰত এৰা দিন ধৰি নিজৰ ভাৰতীয "যোট" (Slough) সলাই

বিদেশলৈ যায়, সেই দেশৰে এজনৰ দৰে কি দৰে চলন-ফিৰণ, খোৱা-লোৱা, থকা-মেলা, পোচাক-পৰিচ্ছদৰ অনুকৰণ কৰিব পাৰে তাকেহে ভাবে আৰু নিজৰ চিনাকি দিবলৈকো যেন বেয়া পায়। গতিকে, সেই সেই দেশৰ লোকে তেওঁলোকৰ "ভাৰতীয়" বুলি বিশেষ দৃষ্টিভঙ্গীৰে চাবলৈ আগ্রহ কৰাৰ কোনো কাৰণ নাথাকে। গতিকে বিদেশত থকা সময়ত ভাৰতীয় সকলে "অনুকৰণ কাৰী"ৰ সাধাৰণ আসনখনহে পায। আজি-কালি বিদেশৰ সকলো ঠাইতে যথেষ্ট সংখ্যক ভাৰতবাসী আছে। তেওঁলোকে যদি ভাৰতীয জীৱনৰ সৰ্ব্ববিধ বৈশিষ্টৰ বিষযে সেই সেই দেশৰ মনীষীসকলৰ লগত আনুষ্ঠানিকভাৱে সাহিত্য, দৰ্শন, কলা, সংস্কৃতি, ভাৰতীয কলা-মিশ্রিত শিল্প, সমাজ ব্যৱস্থাৰ সৌন্দৰ্য্যখিনি, ভাৰতে কিয় অধ্যাত্মবাদক বস্তুবাদৰ ওপৰত ঠাই দিছে, ভাৰতীয কৃষ্টিৰ সভ্যতাৰ অৱদান কি—ইত্যাদি বিষযবিলাকৰ সুপৰিকল্পিত আলোচনা-বিলোচনা কৰে, তেন্তে আন্তৰ্জ্জাতিক ৰাজনৈতিক সম্বাতকৈও এনে ধৰণৰ অনুষ্ঠানে আন্তৰ্জ্জাতিক ঐক্য-সংহতি অনা আৰু ৰক্ষা কৰা কাম সহজ হ'ব। ভাৰতীয দূতাবাসবিলাকে এই কামত চৰকাৰী ভাবে সহায কৰা উচিত। তদুপৰি মনোৰাজ্যত যিটো বিস্তৃতি লভি কৰিব, সকলোলৈকে ঠাই হ'ব। তাৰ আগত সাম্রাজ্যবাদ ঔপ-নিবেশিকতাৰ হেঁচা-ঠেলা সহিবৰ কোনো প্রযোজনেই নহব। বৰ্ত্তমান সমযত নিজ নিজ উদ্দেশ্য লৈ যি সকল ভাৰতীয বিদেশলৈ গৈছে তেওঁলোকে তাত মৰম-স্নেহকে পাইছে, অনেকে নিজ নিজ ক্ষেত্রত কৃতিত্বও লাভ কৰিছে। সেই সেই দেশৰ লোকৰ মাজত বন্ধুত্ব স্থাপন কৰিবও পাৰিছে। কেৱল, নিজৰ উদ্দেশ্য সিদ্ধি কৰাতেই ব্যস্ত থকা হেতুকে ভাৰতীয আদৰ্শ আৰু প্রতিভাৰো সেই সেই দেশত যে ঠাই আছে, প্রাচ্য-প্রতীচ্যৰ মৌলিক প্রতিভা যে উভযে উভযৰ পৰিপূৰক হ'ব পাৰে, এই কথা প্রচাৰ আৰু প্রসাৰ কৰিব পাৰিছে বুলি আমাৰ মনে নধৰে। আমাৰ সামান্য অভিজ্ঞতাৰে অধিকাৰ থকা মতামত দিযা টান

## : সামৰণী :

**আপোনাক বহুত প্ৰশ্ন কৰিলো। আপুনি মোৰ এইবিলাক প্ৰশ্ন কেনে পাইছে ? উত্তৰ ক'ব নে ?**

তোমাৰ প্ৰশ্নবিলাক সময়োপযোগী বুলিয়েই ভাবোঁ। তুমি যে শিক্ষা সংক্ৰান্ত ইমান বিলাক প্ৰশ্ন কৰিছা আৰু অন্য ক্ষেত্ৰতো বৰ্ত্তমান সময়ৰ সমস্যা-বিলাকৰ বিষয়ে চিন্তা কৰিছা, সেইবাবে আনন্দ পাইছো। শিক্ষাবিদসকলে এইদৰে দেশৰ সমস্যা যুটীযাভাবে আলোচনা কৰিলে আৰু উপকাৰ হ'ব বুলি ভাবোঁ। বাস্তৱবাদী যুগৰ অবাস্তৱ অমানুষিক কামবিলাকৰ হাত সাৰিবলৈ হ'লে মনীষী সকলেই এনে পৰিৱেশ সৃষ্টি কৰি দূষিত বায়ু শোধন কৰিব পাৰিব। এযে তাৰ প্ৰতিষেধক বুলি ভাবো। মোৰ উত্তৰবিলাক যথাযোগ্য নহলেও, যোগ্যজনৰ মনত আলোডন দি প্ৰকৃত উত্তৰৰ বাট উলিয়াব এই আশা কৰিহে এই কামত আগ বাঢ়িলো। তোমাৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ তেওঁলোকৰ পৰা আহিব বুলি আশা কৰিলো।

---

## মস্কো-বার্লিনত লোৱা ফটো



বার্লিন হোটেলৰ সমুখত ককা। সোঁ-ফালে কুমাৰী চক্রৱর্তী, দলৰ কনিষ্ঠা ব্যাৰিষ্টাৰ সদস্যা, ককাই নাম দিছিল "Indian Portia"



বিশ্বশান্তি পৰিষদৰ মূল সভাৰ এটি দৃশ্য। পাছফালে ভিয়েতনামত আহত হোৱা লৰা এটিৰ চিত্ৰ।



মেনন, [illegible] [illegible] লগত ককা।



এটি অনুষ্ঠানত কৰা মহিলা গাইড', শ্ৰীমুণীন্দ্ৰ দত্ত বৰুৱা শ্ৰীঅনিল বৰুৱা আৰু অন্যান্য সহ-সদস্য সকল।



ল'ৰাৰ কাৰখানাত (Childrens' Workshop) কৰ্মৰত ছাত্ৰ এজনৰ ওচৰত কৰা আৰু অন্যান্য সহযাত্ৰী সকল. শ্ৰীঅনিল বৰুৱা আৰু শ্ৰীমুণীন্দ্ৰ দত্ত বৰুৱা।



এটি সম্বৰ্দ্ধনা অনুষ্ঠানত বিশ্বশান্তি পৰিষদৰ অন্যান্য সদস্য সকলৰ লগত কক।

পৰিষদৰ ভাৰতীয় মহিলা সদস্য আৰু দোভাষী সকলৰ মাজত বৰুৱা।

( বাওঁফালৰ পৰা তৃতীয় শ্ৰীঅনিল বৰুৱা আৰু দশম শ্ৰীমুণীন্দ্ৰ দত্ত বৰুৱা )

# *Message*



**Presidents Secretariate**
Rashtrapati Bhavan,
New Delhi-4.

No. F. 3—M/70.

Dear Professor Chowdhury,

The President desires me to thank you for your letter of the 19th December, 1970, and to convey to you his best wishes.

*Yours Sincerely,*
**K. R. Gupta.**
Additional Private Secretary
to the President.

**Prof. Dilip Chowdhury,**
Department of Political Science,
Cotton College,
Gauhati-1
Assam.

---

"GIRIJA"
90, Edward Elliot Road
Mylapore, Madras-4.
*April 19, 1971.*

Dear Sir,

Dr. S. Radhakrishnan has asked me to acknowledge your letter of the 8th April, 1971 and to send his good wishes for success in your endeavours.

*Yours sincerely,*
**C. Ramasubhan**
P. S. to Dr. S. Radhakrishnan.



**Prime Minister's Secretariate**
New-Delhi—11,
*December* 23, *1970.*

**DIRECTOR ( INFORMATION )**

Dear Sir,

The Prime Minister has asked me to thank you for your letter. She is glad to know that you are writing a book on Shri Nilmani Phookan, the celebrated Assamese author. She wishes success to your effort, but regrets her inability to send a message for publication in the book.

*Yours faithfully,*
**H. Y. Sarada Prasad.**

**Prof. Dilip Chowdhury,**
Department of Political Science,
Cotton College,
Gauhati-1.



**RAJ BHAVAN**
SHILLONG
*September 2, 1971.*

I am glad to learn that Shri Dilip Chowdhury has written a book on the distinguished son of Assam, Shri Nilmani Phookan whom I have had the privilege of knowing for the last few years.

He has served Assam far longer than anybody else as writer, poet, journalist, politician and statesman with great devotion to his country. His mental and physical vigour at the age of 92 is the envy of men much younger ; one can look forward, therefore, to his contributing to the national cause for many years to come.

I am glad to pay my tribute to this illustrious citizen of India.

**B. K. Nehru**
Governor of Assam.

**Bisnuram Medhi** GAUHATI

**M. Sc. B. L. M. L. A.** *Dated 17-2-1971*

কটন কলেজৰ অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে বাগ্মীবৰ নীলমণি ফুকনৰ চিন্তাধাৰা কিতাপ আকাৰে প্ৰকাশ কৰাত সুখী হৈছো। এই চিন্তাধাৰাই উঠি অহা ডেকা-গাভৰু সকলক দেশ আৰু সমাজ সেৱাৰ অনুপ্ৰেৰণা যোগাব বুলি আশা কৰিলো। অধ্যাপক শ্ৰীচৌধুৰীক এই প্ৰচেষ্টাৰ কাৰণে মোৰ আন্তৰিক শুভেচ্ছা জনালো।

॥ শ্ৰীবিষ্ণুৰাম মেধি ॥

১৭।২।৭১

---

**S. C. RAJKHOWA**

Vice-Chancellor GAUHATI-14

Gauhati University

বাগ্মী কবি শ্ৰীনীলমণি ফুকন ডাঙৰীয়াৰ প্ৰায় শতাব্দী জোৰা বিভিন্ন ক্ষেত্ৰৰ অভিজ্ঞতা সন্ধানৰ এই পুস্তিকাখনি প্ৰস্তুত কৰি, অধ্যাপক শ্ৰীদিলীপ চৌধুৰী আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ হৈছে। কবি, সাহিত্যিক, শিক্ষাবিদ, সাংবাদিক আৰু অক্লান্ত সমাজ কৰ্মী ফুকন ডাঙৰীয়াৰ বহুমুখী ব্যক্তিত্বৰ প্ৰভাব অসমৰ ৰাজহুৱা জীৱনত অতি ব্যাপক আৰু গভীৰ, সেই প্ৰভাৱৰ স্মৃতি অনাগত কাললৈ ৰাখি যাব এই পুথিখনিয়ে। এই সুযোগতে পূজনীয় ফুকন ডাঙৰীয়ালৈ আমাৰ আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিলোঁ।

শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱা।

**CHIEF JUSTICE**
Assam & Nagaland

GAUHATI—1.
*25th. December, 1971.*

I have great pleasure in commending the new kind of this admirable work of Prof. Dilip Choudhury of the Cotton College in the way he has been able to collect and collate the thought-waves of Sri Nilamoni Phookan, the grand old man of Assam, who ever beams with youthful energy and patriotism every moment of his life and has no rest for any useful public activity. Biography of a great man should indeed be a catena patrum of his thoughts, ideas and ideals, that enrich society of the present as well as of the future.

I wish the laudable efforts of the author all success.

**P. K. Goswami**

**Suniti Kumar Chatterji**
**National Professor of India**
**in Humanities**

*Residence :*
**"Sudharma"**
16, Hindusthan Park
Calcutta—29
**Phone—46-1121**

*Office :*
**National Library Campus**
Belvedere
Calcutta—27
**Phone—45-5319**

*April 22, 1971*

Prof. **Dilip Choudhury**. M. A. A E. S.
Department of Political Science
Cotton College, Gauhati-1

Dear Prof. Choudhury,

I am glad to hear that you are bringing out a book on the noted writer, poet and journalist of Assam, Sri Nilamani Phookan. He is one of the veteran writers of Assamese and is an honoured and beloved leader of Assamese people, and even after he has attained his 90th year he is still a force in the domain of thought and literature in Assam

I am sure your book will be a useful contribution to the study of Indian literature and Indian culture, and I wish it all success.

*Yours Sincerely,*
**Suniti Kumar Chatterjee.**

Phone : Gauhati-3174 Tel : Congress—Gauhati.

# ASSAM PRADESH CONGRESS COMMITTEE

Congress Bhawan
Gauhati-3

Date 5.5.71.

*Ref.*

বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়াই সদায় মাদকতাৰ বিৰুদ্ধে আপোচ-বিহীন সংগ্ৰাম কৰি আহিছে। কিন্তু মোক যেন তেখেতে ক্ষমা কৰে, মই যদি কওঁ যে তেখেতৰ হলে এটা মাদকতা আছে। সেইটো হৈছে দেশ সেৱাৰ মাদকতা। তেখেতৰ কবিতা ৰচনা আৰু বক্তৃতাত সময় আৰু স্থান বিষয়ে বিভিন্ন ৰস সৃষ্টি কৰি তেখেতে পঢ়ুৱৈ আৰু শ্ৰোতাক আনন্দ দিয়ে, প্ৰেৰণা যোগায় আৰু মন মৰা মানুহবো শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰে। সেই সকলো ৰসৰ মূল উৎস হৈছে দেশপ্ৰেম। জনগণৰ সেৱা ধৰ্ম্ম আৰু তাৰোপৰত মানুহ হিচাপে মানুহৰ অন্তৰৰ গভীৰতম প্ৰদেশৰ অনুভূতিৰ লগত একাত্মবোধ।

বুঢ়া বয়সলৈকে তেখেতৰ জীৱনৰ প্ৰতিটো ঘণ্টা ৰাজহুৱা ভাৱে যাপন কৰিছে। তেখেতৰ যদি কিবা ত্ৰুটী আছে সেইটো হৈছে যে তেখেতে নিজৰ কাৰণে নিজক একেবাৰে ব্যৱহাৰ কৰিব নাজানিলে। যেতিয়াই তেওঁক কোনো লোকে লগ পাই, তেতিয়াই তেখেতৰ মুখৰ পৰা কোনো ৰাজহুৱা প্ৰশ্নৰ আলোচনা শুনিবলৈ পাব। অন্য কথা তেখেতৰ মনত বা তেখেতৰ অভিধানত নাই।

নিজৰ সংসাৰৰ কথাত তেখেতৰ সাংসাৰিক বুদ্ধি কেতিয়াও তেখেতে লগাব পৰা নাই। তেখেতৰ সাংসাৰিক বুদ্ধিও তেখেতে সদায় অন্যৰ সংসাৰৰ কথাতহে লগাইছে। এতিয়া কিছুদিন আগতে তেখেতৰ হাতত কেই হাজাৰ মান টকা পৰিছিলহি। সাধাৰণতে বুঢ়া কালত তেখেতে নিজৰ কাৰণে সেই অলপীয়া টকাখিনি ৰখাটো সাধাৰণ দৃষ্টিত বা বিচাৰত যুগুত আছিল। কিন্তু নিজক আনৰ কাৰণে বিলাই দিয়া তেখেতৰ সহধৰ্মী পুৰুষসকল যেনেকৈ বে-হিচাপী হয়, সেইদৰে ফুকন ডাঙৰীয়াইও সেই কেহাজাৰ টকা নিজৰ কাৰণে

নাবাধি নগালেও আৰু অসমৰ সীমাৰ মানুহৰ ভিতৰত সম্প্ৰীতিৰ ভাব সুদৃঢ় বাখিবলৈ মৈত্ৰী আশ্ৰম স্থাপনৰ কাৰণে বৰঙনি দিলে।

শ্ৰীনীলমণি ফুকন ডাঙৰীয়া অসমত এটা অনুষ্ঠানৰ দৰে। যি উৎসাহেৰে আদৰ্শনিষ্ঠাৰে আজিও তেখেত নানা বাজহুৱা কামত লিপ্ত আছে, সি আমাৰ সকলোৰে কাৰণে কৰ্ম্ম প্ৰেৰণাৰ উহ। তেখেতৰ জীৱনৰ কাৰ্য্যাৱলী আৰু চিন্তাধাৰাই যি সম্পদ সৃষ্টি কৰিছে, তাক যেন আমি সযত্নে ৰক্ষা কৰো। আৰৌ, তাৰে ওপৰত ভিত্তি কৰি নানাজনে নতুন সম্পদ সৃষ্টি কৰি জাতিক অধিক ঐশ্বৰ্য্যশালী কৰিবলৈ সুযোগ লব, এয়ে আমাৰ আশা।

শ্ৰদ্ধেয় ফুকন ডাঙৰীয়ালৈ এই সুযোগতে মই মোৰ শ্ৰদ্ধা জনাইছো। অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়াৰ চিন্তাধাৰাৰ ওপৰত এখন কিতাপ প্ৰকাশ কৰিব খোজাত মই আনন্দ পাইছো আৰু তেখেতৰ শলাগ লৈছো।

শ্ৰীবিজয় ভাগৱতী

বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াৰ দীর্ঘজীৱন ব্যাপী বহু-স্মৃতিয়েদি প্রৱাহিত হোৱা কর্ম্মধাৰাৰ লেখ লবৰ সময় উপস্থিত হৈছে। এই কর্ম্মধাৰাৰ ইমান কোবাল আৰু ভৰা যে তেখেতৰ বাহিৰে তাৰ তন্ন তন্ন খবৰ ৰাখোঁতা আজি দ্বিতীয় এজন পোৱা যাব নে নাযায় সন্দেহ, কাৰণ তেখেতৰ সমসাময়িক সহকৰ্ম্মীসকলৰ প্ৰায় ভাগেই তেখেততকৈ আগতে ইহলোকৰ পৰা বিদায় লৈছে। এনে অৱস্থাত এজন ডেকা অধ্যাপকক ঈশ্বৰে সুবুদ্ধি দিলে—তেখেতৰ কৰ্ম্মাৱলী আৰু চিন্তাধাৰাৰ এটা প্ৰমাণীভূত বৃত্তান্ত লিপিবদ্ধ কৰাৰ। ফুকনদেৱে নিজ মুখে কোৱা কথাৰ সংগ্ৰহ হোৱাত কেৱল প্ৰমাণীভূতই নহয় সুপাঠ্যও হৈছে। সমাজ আৰু দেশৰ বিভিন্ন সমস্যাৰ সুচিন্তা-প্ৰসূত সমাধানৰ উন্মুক্ত ইয়াত পোৱা যাব। ছাত্ৰ, শিক্ষক আৰু শিক্ষা-চিন্তকসকলে অনুপ্ৰেৰণাৰ খোৰাক ইয়াৰ পাতে পাতে পাব।

অধ্যাপক দিলীপ চৌধুৰীয়ে যুগুত কৰা প্ৰশ্নাৱলীও সুনিৰ্ব্বাচিত আৰু কাৰ্য্যোপযোগী হৈছে। প্ৰকৃতপক্ষে এই প্ৰশ্নমালাৰ ওপৰতে গোটেই গ্ৰন্থখনৰ সফলতাও নিৰ্ভৰ কৰিছিল। অধ্যাপক চৌধুৰীয়ে সেই সফলতা অৰ্জন কৰিছে।

অসমীয়া জাতিৰ ককাদেউতাৰ মান খোৱা বিৰানব্বৈ বছৰীয়া শৰীৰেৰেও জাতীয় সকলো প্ৰকাৰ সজকামত আজিও আগৰণুৱা হৈ সিংহ গৰ্জ্জন কৰি থকা এই অনন্যসাধাৰণ পুৰুষজনৰ মোল বুজিবলৈ কৰা প্ৰচেষ্টাও এটা জাতীয় গুৰুত্ব বহন কৰা কাম। অধ্যাপক দিলীপ চৌধুৰীৰ প্ৰতি অসমীয়া ৰাইজ কৃতজ্ঞ হোৱা উচিত।

এই গ্ৰন্থৰ বহুল প্ৰচাৰ কামনা কৰিলোঁ। আশা কৰিছোঁ ছাত্ৰ আৰু যুৱক সমাজে এই গ্ৰন্থৰ উপযোগিতা বেছিকৈ উপলব্ধি কৰিব।

ইতি—

শ্ৰীতীৰ্থনাথ শৰ্ম্মা

১০।৬।৭১

ভৰলুমুখ

গুৱাহাটী—৯

বাজ্যিক শিক্ষা মন্ত্ৰী
অসম, শ্বিলং
তাং ১-৯-৭১ ইং

কটন কলেজৰ অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে আমাৰ সকলোৰে ককা নামে পৰিচিত শ্ৰীযুত বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াৰ ভাৱধাৰা আৰু জীৱন-চৰিত্ৰ সঙ্কলিত কৰি "বাগ্মীবৰ নীলমণি ফুকনৰ চিন্তাধাৰা" নাম দি এখন চৰিত্ৰাখ্যান প্ৰকাশ কৰিবলৈ হাতত লোৱাত মই বৰ আনন্দ পাইছো। সৰ্বগুণাধিকাৰী শ্ৰীযুত ফুকন ডাঙৰীয়াৰ দেশপ্ৰেম, আত্মত্যাগ আৰু জীৱন দৰ্শনৰ চানেকি ৰাইজৰ আগত দাঙি ধৰাৰ এই প্ৰচেষ্টা শলাগিবলগীয়া। মই আশা কৰো ককা আমাৰ যেনেকৈ আদৰৰ, তেখেতৰ এই চৰিত্ৰাখ্যান খনিয়েও ৰাইজৰ আদৰ লাভ কৰিব।

শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী

---

Directorate of Public Instruction
ASSAM

*D. O. No* *Dated Shillong, the* ______

প্ৰিয় অধ্যাপক চৌধুৰী,

আপুনি শ্ৰীনীলমণি ফুকন দেৱৰ জীৱনী আখ্যান লিখি উলিওৱাৰ বাবে আপোনাৰ শলাগ লৈছোঁ, আৰু আপোনাক ধন্যবাদ দিছোঁ। শ্ৰীফুকন ডাঙৰীয়াৰ বহুমুখী প্ৰতিভা আৰু অসাধাৰণ ব্যক্তিত্ব ফুটাই তোলা উজু কাম নহয়। দৰাচলতে শ্ৰীফুকনৰ প্ৰতিভা অসমৰেই প্ৰতিভা।

আপোনাৰ উদ্যম সৰ্ব্বতোভাবে সাফল্যমণ্ডিত হওক ইয়াকে কামনা কৰিলোঁ।

শ্বিলং
৩১ আগষ্ট, ১৯৭১ চন

ইতি
উমাকান্ত শৰ্ম্মা

J. N. Das,
*Vice-Chancellor.*

**DIBRUGARH UNIVERSITY**
Dibrugarh, Assam.
November 30, 1971

"বাগ্মীবৰ নীলমণি ফুকনৰ চিন্তাধাৰা" শিতানত অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে এখন গ্ৰন্থ যুগুত কৰা কাৰ্য্য বৰ প্ৰশংসনীয় হৈছে। চাৰিকুৰি বাৰবছৰীয়া বয়োজ্ঞানবৃদ্ধ শ্ৰীনীলমণি ফুকন নিজেই এটি অনুষ্ঠান। চিৰকুমাৰ ফুকন ডাঙৰীয়াই ভাষা, সাহিত্য, শিক্ষা আদি বিভিন্ন দিশত আজীৱন দেশমাতৃক নিষ্ঠাৰে সেৱা কৰি আহিছে। অসমৰ ৰাজনীতি আৰু সামাজিক জীৱনটোত ফুকনৰ অৱদান অসামান্য। বয়সত প্ৰবীণ হৈও চিৰনবীন ফুকন ডাঙৰীয়াই জীৱনৰ শেহৰ কালে জাতীয় সংহতি, সাম্যমৈত্ৰী আৰু মানবীয় স্বাধীনতাৰ বাণী বহন কৰি বিনোৱাজীৰ ভূদান আন্দোলনত সুদৃঢ় নেতৃত্ব দিবলৈ সক্ষম হৈছে; ৰাচিয়া, জাৰ্মান আদিলৈ গৈ বিশ্ব-শান্তিৰ প্ৰতিষ্ঠাত সক্ৰিয় অংশ লব পাৰিছে; মাদক দ্ৰব্য নিবাৰণ, সদাচাৰ প্ৰতিষ্ঠা আদি জনকল্যাণমূলক আচনিত ফুকন ডাঙৰীয়া বৰ্ত্তমানে ব্ৰতী হব পাৰিছে। কিন্তু এই সকলোৰে মূলতে ফুকন ডাঙৰীয়া হ'ল এজন কবি, সাহিত্যিক, সাংবাদিক আৰু এগৰাকী সুবক্তা। সেয়েহে এই গৰাকী বাগ্মী কবিৰ সুদৃঢ় জীৱনজোৰা অভিজ্ঞতাৰ মাধ্যমত তেখেতৰ চিন্তাধাৰা গ্ৰন্থত সন্নিবিষ্ট কৰি প্ৰকাশ কৰিবলৈ কৰা প্ৰচেষ্টাৰ বাবে অধ্যাপক চৌধুৰীৰ শলাগ লৈছোঁ। তেওঁৰ এই প্ৰশংসনীয় উদ্দেশ্য যাতে সফল হয় ইয়াকে কামনা কৰিলোঁ।

শ্ৰীজিতেন্দ্ৰ নাথ দাস
উপাচাৰ্য্য
ডিব্ৰুগড় বিশ্ববিত্যালয়।

# ASSAM AGRICULTURAL UNIVERSITY

**Dr. S. R. Barooah.**
*Vice-Chancellor.*

*Phones :—*
*Office* : Rowriah 65
*Residence* „ 95
Jorhat-4
Assam


## একেষাৰ

যি দেশে গুণীৰ পূজা কৰিব পাৰে, যি দেশৰ গুণীক সমাদৰ জনোৱাৰ মহত্ব আছে, সেইদেশ নিজেও গুণী আৰু মহৎ। একে ধাৰে বক্তা, কবি, দাৰ্শনিক আৰু দেশ প্ৰেমিক আমাৰ 'ককা ফুকনৰ' বৈশিষ্টপূৰ্ণ, ঘটনা বহুল আৰু সাৰ্থক জীৱনৰ অভিজ্ঞতাৰে ভৰপুৰ "নীলমণি ফুকন আৰু তেওঁৰ চিন্তাধাৰা" শীৰ্ষক পুথিখনি প্ৰকাশ কৰাৰ প্ৰচেষ্টাই প্ৰমাণ কৰে যে আমাৰ দেশে গুণীক আদৰ কৰি, পূজা কৰি নিজক আদৰ্শৰ প্ৰতি অনুৰাগী কৰিব পাৰে। অধ্যাপক দিলীপ চৌধুৰীৰ ই এটা অতি আদৰণীয় প্ৰচেষ্টা। মই আশা কৰো, পুথিখনিয়ে একানবৈৰ বছৰীয়া সুযোগ্য ককাক এক নতুন দৃষ্টিৰে চাবৰ বাবে ককাৰ গুণগ্ৰাহী অসংখ্য অসমীয়া পঢ়ুৱৈক সুবিধা দিব।

এনে এখনি পুথিৰ আৱশ্যকতাৰ বিষয়ে বিশেষ ক'বৰ প্ৰয়োজন নাই। বাগ্মীবৰ নীলমণি ফুকনৰ জীৱনেই তাৰ উৎকৃষ্ট প্ৰমাণ। সেয়েহে 'নীলমণি ফুকন আৰু তেওঁৰ চিন্তাধাৰা'ৰ লিখক আৰু প্ৰকাশকলৈ মোৰ আন্তৰিক শুভেচ্ছা আগ বঢ়ালোঁ।

ইতি—

২০ জানুৱাৰী
১৯৭১ চন।

ডঃ সত্যৰঞ্জন বৰুৱা
উপাচাৰ্য্য
অসম কৃষি বিশ্ববিদ্যালয়, যোৰহাট-৪

**Dr. P. C. Goswami,**
**M. Sc. (Cal) PhD (La U. S. A.)**
**Principal, Cotton College**
Gauhati-1 :' Assam.

*Date 3 2. 71*

কটন কলেজৰ অধ্যাপক শ্ৰীদিলীপ চৌধুৰীৰ "নীলমণি ফুকনৰ চিন্তাধাৰা" নামৰ গ্ৰন্থখন হাতেলিখা অৱস্থাতে পঢ়ি চালো। শ্ৰীচৌধুৰী বঙালীভাষী লোক হৈও অসমৰ সকলোৰে ককা, অসমীয়া সাহিত্যৰ ভীষ্ম পিতামহ শ্ৰীফুকনৰ জীৱনত ঘটা প্ৰায় সকলো প্ৰধান ঘটনা আৰু তেখেতৰ জীৱন দৰ্শনৰ সকলো কথা প্ৰশ্নোত্তৰৰ সহায়ত ৰাইজৰ আগত ডাঙি ধৰি প্ৰশংসাৰ পাত্ৰ হৈছে।

শ্ৰীফুকন অসমীয়া সাহিত্যিক সকলৰ মাজত আটাইতকৈ বয়োজ্যেষ্ঠ। ৯১ বছৰ বয়সতো তেখেতে ডেকাৰ দৰেই কাৰ্য্যক্ষম হৈ অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি আনকি বিদেশতো ভ্ৰমণ কৰি অসমৰ মানুহক অনুপ্ৰাণিত কৰি আছে। তেখেতৰ শৰীৰ যিদৰে সুস্থ আৰু সবল হৈ আছে সেইদৰে বুদ্ধিও এই বয়সতো তীক্ষ্ণধাৰ হৈ আছে। নতুন নতুন চিন্তাধাৰাৰে নতুন নতুন কবিতাৰে তেখেতে অসমীয়া সাহিত্য সমৃদ্ধি কৰি আহিছে। তামিলনাডু ৰাজ্যৰ শ্ৰীফুকনৰে সমবয়সী বিচক্ষণ ৰাজনীতিজ্ঞ আৰু সাহিত্যিক শ্ৰীৰাজাগোপালাচাৰিয়াৰ দৰে শ্ৰীনীলমণি ফুকনো আমাৰ এজন বিচক্ষণ ৰাজনীতিজ্ঞ আৰু সাহিত্যিক। শ্ৰীফুকন এজন কৰ্মযোগী। তেখেতে নিজেও এই কথা যি দৰে জীৱনত নানা কামত ব্যস্ত হৈ আছে বুলিহে বোধকৰো ৯১ বছৰ জীয়াই থাকিব পাৰিছে। তেখেতেও জীৱনত নানা দুখ শোকৰ আঘাত পাইছে, জীৱনত নানা সন্মানো পাইছে, কিন্তু এতিয়া তেখেত সুখ দুখত বীতস্পৃহ কৰ্মযোগী। তেখেতে কৈছে "এতিয়া মই নিৰ্লিপ্ত ভাবে যিকণ পাৰো দেশ সেৱা কৰি এটা আধ্যাত্মিক আনন্দ লৈ ফুৰিব পাৰিছো। কোনো অসন্তুষ্টিৰ ভাব নাই, কোনো আসক্তি নাই। ধন সম্পদৰো কোনো মায়া নাই।" এইখিনি কথাই তেখেত যে এজন স্থিতপ্ৰজ্ঞ পুৰুষ প্ৰমাণ কৰিছে।

শ্ৰীফুকনৰ সকলো কথাতে আমি হয়তো একমত হব নোৱাৰিম। তেখেতৰ চিন্তাধাৰাৰ লগত আজিৰ যুগৰ যুবক-যুবতীৰ চিন্তাধাৰা যে একে হব সেইটো আশা কৰাও অনুচিত; কিন্তু তেখেতৰ সকলো চিন্তাধাৰাৰ লগত আমি একমত হব নোৱাৰিলেও, তেখেতৰ আন্তৰিকতা, তেখেতৰ নিঃস্বাৰ্থ দেশপ্ৰেম কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

শ্ৰীদিলীপ চৌধুৰীয়ে গতানুগতিক ধাৰাত শ্ৰীকৃকনৰ জীৱন দৰ্শন আৰু চিন্তাধাৰাৰ বিষয়ে কিতাপ নিলিখি এনেদৰে প্ৰশ্নোত্তৰৰ দ্বাৰা তেখেতৰ চিন্তাধাৰা প্ৰকাশ কৰাত, কিতাপখন বেচি আকৰ্ষণীয় হৈছে। সেইবাবে কিতাপখন পঢ়ি আমনি নালাগে। কিতাপৰ ভাষা অৱশ্যে শ্ৰীকৃকনৰ নিজা ভাষা। গতিকে ভাষা সাৱলীল হৈছে। অৱশ্যে মুখৰ কথা আনে টোকা কৰিলে যি ভুল হয়, সেই ভুল এই কিতাপ খনতো ঠাইয়ে ঠাইয়ে আছে। তেনে ভুল সত্বেও কিতাপখন মনোগ্ৰাহী হৈছে। আশা কৰিছো শ্ৰীচৌধুৰীয়ে অসমৰ অন্যান্য প্ৰখ্যাত নেতাসকলৰো জীৱনী এনে প্ৰশ্নোত্তৰৰ দ্বাৰা প্ৰকাশ কৰিব। এই কিতাপখন যে ৰাইজৰ আদৰ পাব তাত মোৰ অকনো সন্দেহ নাই।

ইতি—

শ্ৰীপ্ৰসন্ন চন্দ্ৰ গোস্বামী
অধ্যক্ষ, কটন কলেজ
গুৱাহাটী

**Dr. Jogiraj Basu, M.A. (Triple) Ph. D.**
**Professor & Head, Deptt of Sanskrit.**
**Gauhati University.**
**Ex-Visiting Proffesser Deptt, of Indology**
**Goettingen University, West Germany.**
**Founder Principal D. H. S K. College.**
**Dibrugarh.**

**'Apan-griha'**
**Gopal Road**
**Gauhati.**
**Date 14.5.71.**

I had the pleasure of going through Prof. Dilip Chowdhury's book on Sri Nilamani Phukan, the renowned patriot, educationist and litterateur of Assam in manuscript, and on the whole I have been favourably impressed. Prof. Chowdhury has tried to record Shri Phukan's views on education, literature and allied matters, Shri Phukan has crossed ninety and is one of the most respected citizens of Assam who is connected with various cultural organisations and important bodies of Universities of Assam. His contribution to the cultural progress of this state and his influence on the public life for more than half a century can never be overestimated. Hence it is in the fitness of things that Prof. Chowdhury has undertaken an endeavour to publish Shri Phukan's views on important issues. This publication, I am sure, will help the young aspirants and budding writers of our state in many ways.

I congratulate Shri Chowdhury and wish the book a wide popularity.

J. R. Bose.

বাগ্মীবৰ নীলমণি ফুকন অসমীয়া সাহিত্যৰ এজন মহান সাহিত্যিক আৰু কবি। অসমীয়া ভাষা সাহিত্যত তেখেতৰ বৰঙনিৰ তুলনা নাই। এইজন মহৎ ব্যক্তিৰ চিন্তাধাৰা কিতাপ আকাৰে প্ৰকাশ কৰাৰ প্ৰচেষ্টা দেখি মই অতি আনন্দিত হৈছো। যি জাতিয়ে মহৎ ব্যক্তিৰ সন্মান দিব নাজানে, সেই জাতি কেতিয়াও মহান হব নোৱাৰে। সকলো দেশৰ সাহিত্যিক আৰু কবিয়েই সাহিত্যৰ বিকাশ সাধন কৰে। আজি ৯৩ বছৰ বয়সেও আমাৰ অতি মৰমৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ "ককা" একনিষ্ঠভাৱে আৰু নিৰ্ভীকভাবে অসমীয়া সাহিত্যৰ যি সেৱা কৰি আহিছে, সেইটো সকলোৱে জানে। কটন্ কলেজৰ অধ্যাপক শ্ৰীদিলীপ চৌধুৰীয়ে তেখেতৰ দৃষ্টিভঙ্গী ৰাইজৰ ওচৰত ডাঙি ধৰিছে এই সুন্দৰ আৰু বাস্তৱধৰ্মী কিতাপৰ মাধ্যমেৰে। ইয়াত প্ৰচাৰৰ কোনো গুণ নাই, ই প্ৰচাৰধৰ্মী নহৈ এখন বাস্তৱধৰ্মী কিতাপ হৈছে। ইয়াত আমাৰ দেশৰ বিভিন্ন সমস্যাবোৰ যেনে, সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু শিক্ষামূলক যিবিলাক সমস্যা দৈনন্দিন দেখা দি আছে, সেইবোৰক এটা শান্তিপূৰ্ণ সমাধানৰ প্ৰচেষ্টা কিতাপৰ পাতে পাতে পাঠকৰ ওচৰত ডাঙি ধৰা হৈছে। আমাৰ দেশত, বিশেষকৈ ছাত্ৰ আৰু শিক্ষকৰ মাজত যিবিলাক সমস্যা, চৰকাৰৰ শিক্ষানীতিৰ ব্যৰ্থতা আৰু শিক্ষানীতিৰ পুনঃ সংস্কাৰৰ সমাধান ইয়াত সুন্দৰকৈ আলোচনা কৰা হৈছে। দেশ স্বাধীন হোৱাৰ পাচত শিক্ষাৰ ওপৰত বহুতো পৰীক্ষামূলক আঁচনি ভাৰত চৰকাৰে লৈছিল আৰু লৈ আছে, কিন্তু আজি সকলো শিক্ষাবিদে এই সিদ্ধান্তত উপনীত হৈছে যে "এতিয়ালৈকে আমাৰ দেশৰ শিক্ষা ব্যৱস্থা বাস্তৱমূলক হোৱা নাই।" গতিকে, শিক্ষাৰ আমূল পৰিবৰ্তন সাধন কৰি দেশৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশ কৰিব লাগিব। এই সঙ্কটময় পৰিস্থিতিত আজি আমাৰ ছাত্ৰ সমাজে এটা গুৰুত্বপূৰ্ণ দায়িত্ব লব লাগিব। শ্ৰীফুকনদেৱে তেওঁৰ জীৱনৰ অভিজ্ঞতাৰ পৰা, বিশেষকৈ আমাৰ তৰুণ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী সকলক দেশ গঠন কৰাত এই নতুন দায়িত্ব পালন কৰাৰ আহবান জনাইছে। আজি আমাৰ দেশৰ যুবক-যুৱতী সকলৰ চাৰিত্ৰিক, মানসিক আৰু সাংস্কৃতিক বিকাশ হব লাগিব। এই উন্নতি হব লাগিব এটা উন্নত ধৰণৰ বৈজ্ঞানিক শিক্ষা ব্যৱস্থাৰ মাধ্যমেৰে। অকল ডেকা সমাজক আমি দোষ দিলেই নহব। সমাজৰ সকলো ধৰণৰ মানুহক আগুৱাই আহিবলৈ দিব লাগিব এখন উন্নত আৰু

শক্তিশালী দেশ গঢ়ি তুলিবৰ কাৰণে। এই দীঘলীয়া প্ৰচেষ্টাত কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰি সহযোগিতা আগ বঢ়াব লাগিব।

কিতাপখনত নীলমণি ফুকন ডাঙৰীয়াৰ জীৱনৰ বিভিন্ন দিক বহল ভাবে আলোচনা কৰা হৈছে, প্ৰশ্ন আৰু উত্তৰৰ মাধ্যমেৰে। ইয়াৰ প্ৰশ্নবোৰ সচাকৈ বাস্তৱধৰ্ম্মী হৈছে। অসমীয়া সাহিত্যত এই ধৰণৰ কিতাপ বোধকৰো এই প্ৰথম। এই কিতাপখন অসমীয়া সাহিত্যৰ এটা অমূল্য সম্পদ হৈ থাকিব বুলি মোৰ আন্তৰিক বিশ্বাস। কিতাপখন প্ৰকাশ কৰোতে শ্ৰীচৌধুৰী ডাঙৰীয়াৰ বহুতো কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছে। কিতাপখনৰ ভাষা আৰু সৰল হৈছে যদিও ই সমালোচনাৰ উৰ্দ্ধে যোৱা নাই। অসমীয়া সাহিত্যৰ ভীষ্মদেৱ শ্ৰীফুকন ডাঙৰীয়াক শ্ৰদ্ধা নিবেদনৰ এটা সাধাৰণ প্ৰচেষ্টা কৰা হৈছে মাথোন।

পঢ়ুৱৈ সমাজে শ্ৰীচৌধুৰী ডাঙৰীয়াৰ কিতাপখনৰ মৰ্য্যদা আৰু মূল্য সৰ্ব্বতোভাবে দিব বুলি মই আশা কৰো। কিতাপখনৰ সকলো কথাৰ লগত সকলোৰে হয়ত একমত নহবও পাৰে। কিন্তু ইয়াৰ বিষয়বস্তু যে এটা নতুন চিন্তাৰ বাট দেখুৱাব সেই বিষয়ে মোৰ কোনো সন্দেহ নাই।

মই শেষত নবীন অধ্যাপক চৌধুৰী ডাঙৰীয়াৰ প্ৰশংশনীয় প্ৰচেষ্টাৰ কাৰণে তেওঁক অভিনন্দন জনাইছো আৰু তেওঁৰ এই অমূল্য কিতাপখনৰ বহুল প্ৰচাৰ কামনা কৰিলো।

শ্ৰীহেম বৰুৱা

# PORTRAITS

Sri Nilmani Phookan, a man of towering personality is a celebrated humanitarian par excellence.

Many great possibilities awaited his personal success, but he shunned them all for still greater humanitarian pursuits. Graduated in 1907 with rare distinction, he could have secured a lucrative job in British India. He could have made himself a great political luminary in the independent India simply by virtue of his flowering, penetrating and moving oratory in the public restrums. By virtue of his Herculean fitness of body and mind, he could have established an ideal household in Assam. A life long celibate, he has got to cross many a hurdle to quench the thirst of his humanitarian spirit, and he has crossed them like a dauntless knight.

This spirit in him started expressing itself firstly, in establishing the George Institution, a major High English School at Dibrugarh in 1911 and secondly, in becoming instrumental in establishing some twenty more High English Schools in Assam. In the next stage, this spirit was identified with his fierce patriotism. In 1937 he joined the Indian National Congress, and then he jumped headlong into the "Quit India" Movement in 1942 The jail became a Pilgrim's place for him.

He became a staunch supporter of Gandhism, a true propagandist of non co-operation with evils, of eradication of untouchability from the social life of India and of devotion to truths. He is a Gandhian in thought and action. He has been expanding the dimension of his humanitarian activities with untiring zeal and personal efforts. Inspite of his being attached to a score of important portfolios of many social, educational and cultural organisations, his non-attached sage-mind is with the humanity of the globe.

At this age of ninety he rushed to Berlin to attend the World Assembly for Peace held in the month of June '69 and then travelled Moscow and Taskhent.

Apart from being a first-rate orator and a crusader of peace, Shri Phookan has made his mark as a good literature. A Poet-naturalist of high order, his close observation of the cosmological order of the world is negligible by no means. The language of his poetry may be as rough as "juts of pointed rocks" but down below the language there is the "shining level of ( his philosophical ) lake." He has enriched the Assamese literature by his thoughtful poetry, patriotic prose, rationalistic outlook of life.

This white-capped man is a youth of ninety, for, there is a rosy youth behind his shrivelled forehead, shrunk limbs and slightly bending body His ever active youth is green with spiritual strength. By his ceaseless action he is a true 'karmayogi', a veritable Aryan. His voice is big ; his heart is bigger than his voice. Both of them reach the assembly of people. He speaks with full-throated case, for, his heart is clear. In his innerprogress, he may have reached the point of being greater than the great, for his look is grave and the voice controlled. A spiritual silence begins to reign over this man.

In view of his manifold activities for the good of the nation, the Government offered him 'political pension' and 'Padmashree' title which he politely refused to accept. Title of any sort bears no substance to this saintly man. He should be offered the 'Order Gandhi' if there was such an order in India of course.

On the occasion of the centenary of Mahatma Gandhi this year, the Govt. of India should introduce the 'Order of Gandhi' to felicitate the true Gandhians who fight for the upliftment of humanity to a higher standard of living and thinking.

As a true Gandhian and Voodanist, Sri Phookan deserves higher honour and greater recongnition from his children and grandchildren of India.

We wish Sri Phookan a long and happy life.

---

(Quoted from "Vision", Quarterly, Volume, No. 1. October 1969. A journal for social peace and progress, published from Tinsukia, Assam, Editor Sri Saroj Kumar Dutta ).

# DEMOCRATIC GERMANY

PUBLISHED BY THE TRADE REPRESENTATION OF THE GERMAN DEMOCRATIC REPUBLIC

VOL IV No 15 AUGUST 1, 1969 FORTNIGHTLY



A BOUQUET of red roses was handed to the Indian poet Shri Nilmoni Phookan on his 89th birthday which he celebrated during the recent World Assembly for Peace held in Berlin the capital of GDR. He was the oldest participant in the Assembly. "The beautiful roses which a German girl gave me reminded me of an unforgettable moment in my life, when after the peace talks in Tashkent, Soviet boys and girls surprised me with flowers. Impressed by this, I wrote a poem on the remarkable meeting in Tashkent which brought up peace," the veteran Indian writter and peace champion said.

# ROSES FOR THE OLDEST PEACE DELEGATE

The world-wide peace forum in Berlin constituted a great hope to him, and he found the assurance that the forces of peace would unite and become stronger and stronger and that they would triumph. "I think that I may have to die perhaps very soon, but I am happy to see here how the community against the war-mongering imperialist powers is becoming stronger and stronger.

"The imposing creations of mankind in the technological and scientific sphere have been misused again and again for dreadful wars. A few capitalists capitalized on this, but thousands of millions of people had to die in agony," said Shri Phookan, who has devoted his life to the untiring enlightenment of the people in the spirit of humanism.

As a journalist and poet he had always regarded the peace struggle as his most important concern. At the World Assembly for Peace in Berlin, the Indian peace fighter appealed, above all, to writers and artist to devote all their art and capabilities to the duty of the world-wide struggle for peace and progress. The poet was full of satisfaction that he had found so many companions who, despite different ideologies and beliefs, are determined to take joint action. Shri Phookan regarded the final liberation of mankind and the construction of a world of lasting peace as an achievable objective for the young generations. 'For this reason I love the young generation more than my own life', he said.

# ॥ শুলগনি ॥

## প্ৰথম কটনিয়ান বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন দেৱলৈ কটন কলেজ ছাত্ৰ সন্থাৰ সম্বৰ্দ্ধনা পত্ৰ

শ্ৰদ্ধেয় আৰু মৰমৰ ককা,

এজন প্ৰাক্তন আৰু অন্যতম প্ৰথম কটনিয়ান হিচাবে কটন কলেজ ছাত্ৰ সন্থাৰ হৈ আপোনাক এই ঐতিহ্যমণ্ডিত শিক্ষানুষ্ঠানত সম্বৰ্দ্ধনা জনাবলৈ পাই অতিশয় গৌৰৱান্বিত আৰু আনন্দিত হৈছোঁ।।

ককা, অসমৰ শিক্ষা জীৱনৰ জাতীয় বুৰঞ্জীত আপোনাৰ দান উল্লেখযোগ্য। আপোনাৰ জৰ্জ স্কুলে এতিয়াও তাৰ সাক্ষ্য বহন কৰিছে। ঢাকা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সদস্যহিচাবে আপুনি কৰা কাম সকলোৱে মনত ৰাখিব। কটনিয়ান হিচাপে এইয়া আমাৰ পৰম গৌৰৱৰ কথা।

মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত হৈ দেশৰ সংগঠন আৰু সংস্কাৰমূলক কামঁত আপুনি যি ধৰণে নিয়োজিত হৈছিল, ই সচাঁকৈয়ে কটনিয়ান তথা আজিৰ ডেকা গাভৰুৰ কাৰণে আদৰ্শৰ কথা। ৰাষ্ট্ৰভাষা আৰু ভূদান আন্দোলন কৃতকাৰ্য্য কৰিবলৈ কৰা আপোনাৰ চেষ্টা উল্লেখযোগ্য।

কবি আৰু সাহিত্যিক হিচাপে আপুনি আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। আপোনাৰ বিভিন্ন ৰচনাসমূহ অমৰ হৈ ৰব। "জ্যোতিকণা"ই যি জ্যোতি বিলালে, চিন্তামণিয়ে যি ধাৰি মালা ভাষা জননীৰ কণ্ঠত পিন্ধালে, তাক আমি পাহৰিব নোৱাৰিম। সেয়েহে আমাৰ কটনিয়ান ডাঃ কাকতিৰ দৰে আমিও ক'ম—

**"Nilmani Phookan is the only Assamese poet of lofty spiritual aspiration."**

তাৰোপৰি ইংৰাজীত পটু লিখক বুলি আপোনাক সকলো ভাৰতীয়ই জানে।

এক শীৰ্ষস্থানীয় সাংবাদিক হিচাবেও আপুনি আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। দৈনিক কাকত "বাতৰি", "ন-জোনে" আপোনাৰ আদৰ্শক ৰূপায়িত কৰিবলৈ সক্ষম হৈছিল।

ককা, আপুনি বিভিন্ন গুণেৰে বিভূষিত হৈ আজিৰ কটনিয়ান চামলৈ বহুতো আদৰ্শৰ সন্ধান দিলে। এজন সু-বক্তা, ভাল ক্ৰিকেট খেলুৱৈ, সুন্দৰ ব্যৱহাৰ পাতি, সাহস, আদি বিভিন্ন গুণেৰে আপুনি দৰাচলতে মহান।

ককা, আপুনি চিৰকুমাৰ হৈ বৰ্ত্তমান ৯১ বছৰত ভৰি দিছে। আপুনি আমাৰ মাজত আৰু বহুদিন থাকিব লাগিব। একমাত্ৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ বাহিৰে শতায়ু সাহিত্যিক আমাৰ খুবকমীত বিৰল। আমি পৰম পিতা পৰমেশ্বৰৰ ওচৰত সদায় এই প্ৰাৰ্থনা কৰোঁ—যাতে আপোনাৰ জীৱনকালতে আমি মহাসমাৰোহেৰে আপোনাৰ জন্মশতবাৰ্ষিকী—পালন কৰিব পাৰোঁ।

পৰম পিতাই আপোনাক আৰু সুদীৰ্ঘকাল এইদৰে চিৰতৰুণ কৰি ৰাখক এই প্ৰাৰ্থনাৰে—।

অতুল চন্দ্ৰ বৰা

সাধাৰণ সম্পাদক, কটন কলেজ ছাত্ৰ সন্থা।

গুৱাহাটী। ২৬ আগষ্ট ১৯৭০ ইং

# ॥ কটন কলেজ, স্বাধীন অসম আৰু তৰুণ-শক্তি ॥

॥ নীলমণি ফুকন ॥

অসমৰ “মণি কাঞ্চন” “মাণিক-জগন্নাথ”ৰ দেশাত্মবোধৰ ফলত সেই সময়ৰ শাসনকৰ্তা মহামতি কটনৰ বিশ্বস্ত বন্ধুতাৰ গুণত, অসমৰ ভৱিষ্যত বিশ্ববিদ্যালয়ৰ শকত ভেটি স্বৰূপে ১৯০১ চনত প্ৰাতঃস্মৰণীয় অধ্যক্ষ চুদমাৰ্চনৰ দ্বাৰা সৰ্বপ্ৰকাৰে প্ৰতিপালিত কটন কলেজ প্ৰতিস্থাপিত হয়। আনহাতে, তেওঁলোকৰ সমকক্ষ দুই চাৰিজনে অসমত কলেজ এটি হোৱাতকৈ কলিকতাত এটা অসমীয়া ল’ৰাৰ হোষ্টেল হোৱাটো ভাল দেখিছিল। এয়ে আমাৰ দূৰদৰ্শিতা। যি হওক, অসমৰ শামুকৰ পেটৰ “মাণিক” আৰু চৰকাৰী চাকৰি ঠেলি বাগিচালৈ গৈ, কৃপাবৰৰ ভাষাত, জহৰ্ণামে যোৱা জগন্নাথৰ আত্মপ্ৰতিষ্ঠাৰ অন্যতম সমল হিচাপে পবিত্ৰ জ্ঞানৰ এই বাণী মন্দিৰ অপৰি-হাৰ্য্য বস্তু—এই গভীৰ অনুভূতিৰ ভেঁটিত “কটন কলেজ”ৰ সৌধ জিলিকি উঠে। তেওঁলোকৰ সুচিন্তিত এই সিদ্ধান্ত যথাৰ্থতে “সিদ্ধান্ত-বাগীশৰেই” আছিল। পাচত, কলিকতা বিশ্ববিদ্যালয় একৰকম জেপত লৈ ফুৰা, জ্ঞানেই আত্মশক্তি : ( Knowledge is power ) নিজ জীৱনত তাৰ পৰাক্ৰম দেখুৱা ( যাৰ বাবে তেওঁক Bengal Tiger বোলা হৈছিল ) তেওঁনো কোন বুলি সুধিলে ইমূৰৰ পৰা সিমূৰলৈ যাৰ নামৰ জাউৰি উঠিব, বেবৰ জেঠি কেইটায়ো ঠিক্ ঠিক্ বুলি শলাগিব—সেইজন প্ৰাতঃস্মৰণীয় বাণী দেৱীকো পৰামৰ্শ দিব পৰা অদ্বিতীয় পণ্ডিত আশুতোষ মুখাৰ্জীয়ে কটন কলেজলৈ নৌ সোমাওঁতেই কৈ উঠিছিল ‘It has already a look of an university,” তেওঁৰ দিব্য-দৃষ্টিয়ে সেইদিনাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ বীজ ৰোপণ দেখা পাইছিল। তেওঁৰ মুখে ওলোৱা এই অমোঘ বাণী অথলে যাব নোৱাৰে আৰু নগ’ল।

বিলাতত যিদৰে ইটনীয়ান ( Etonian ) বুলিলে তাৰ ছাত্ৰ-ছাত্ৰীয়ে এটা বিশেষ ৰকমৰ গৌৰৱ অনুভৱ কৰে, আজি কটন কলেজৰ ছাত্ৰ-ছাত্ৰীয়েও সেইদৰে কটনিয়ান বুলি গৌৰৱ কৰিবৰ থল আছে। আজি প্ৰায় ৭০ বছৰ কটন কলেজে নিশ্চয় নিজৰ এটা স্বকীয়া বৈশিষ্ট ( Tradition ) অৰ্জন কৰিবলৈ সক্ষম হৈছে। যদি নাই হোৱা, সেইটো দুৰ্ভাগ্যৰ কথা বুলি ধৰিব

লাগিল। আমি নিজে কটন কলেজৰ এচুকত ঠাই পোৱা ছাত্ৰ। আমি নিজে আমাক 'কটনিয়ান' বুলিবৰ অধিকাৰ আছেনে নাই, এই প্ৰশ্ন কৰিলেও অবাস্তৱ নহ'ব। কিন্তু 'তুলসীৰ লগত কলপটুৱাবো মুক্তি' বোলা কথাষাৰৰ যদি মৰ্ম আছে, তেন্তে সেই গৌৰৱৰ ভাগী আমিও হব পাৰোঁ। মহাত্মাৰ স্বাধীনতা আন্দোলনৰ দিন ধৰি যিসকল ছাত্ৰ-ছাত্ৰীয়ে নিৰ্য্যাতন ভোগ কৰিলে, তাৰ ভিতৰত "কটনিয়ান" সকল নিশ্চয় অগ্ৰণী আছিল। স্বাধীনতা লাভ কৰাৰ পাচত দেশৰ ভাগ্য নিয়ন্তা, নেতৃত্ব দিব পৰা সকলৰ শতকৰা অন্ততঃ পঁয়সত্তৰ জনেই কটন কলেজৰ ছাত্ৰ। দেশে বিদেশে খ্যাতিসম্পন্ন শিক্ষাবিদ কৃষ্ণকান্ত সন্দিকৈ, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতী প্ৰমুখ্যে অনেকজন কটন কলেজৰ কৃতী ছাত্ৰই "কটনিয়ান" বিশেষণৰ বিশেষত্ব ৰক্ষা কৰি আহিছে। বৰ্তমান চামৰ যে কতজন অদ্বিতীয় পণ্ডিতে আন্তৰ্জাতিক বিশ্ববিদ্যালয়ত শিক্ষালাভ কৰি কৃতবিদ্য হৈ আহিছে, ইয়াত তাৰ উল্লেখ কৰিবৰ ঠাই নহব। তেনে কটন কলেজৰ প্ৰথমেই ভৰ্তি হোৱা ছাত্ৰৰ অন্যতম হিচাপে আজি "কটনিয়ান" সকলৰ "ককাক" বৰ্তমানৰ ছাত্ৰ সমাজে যি সম্বৰ্দ্ধনা শ্ৰদ্ধাৰে আগ বঢ়াইছে, ভালদৰে বিশ্লেষণ কৰিলে, যি বিলাক বিশেষণেৰে আমাক বিভূষিত কৰিছে, সেয়ে আমাত প্ৰযোজ্য হব নোৱাৰিব, অথচ তেওঁলোকে বিশ্বাসেৰে অতি স্নেহেৰে প্ৰয়োগ কৰিছে তাৰ বাবে জয় জয়তে আন্তৰিক ধন্যবাদ জনাই আশীৰ্বাদ দিছোঁ। যেন তেওঁলোকে তেওঁলোকৰ পূৰ্ববৰ্তীসকলে যি গছ জ্ঞানৰ বন্তি জলাই থৈ গ'ল, তাক যেন "অখণ্ড-বন্তি" কৰি তুলি বাণীমন্দিৰ সদায় উজ্জ্বলীকৃত কৰি ৰাখিবলৈ সমৰ্থবান হয়, আদৰ্শণীয় শিক্ষাগুৰুসকল তেওঁলোকৰ প্ৰেৰণাৰ উৎস হৈ তেওঁলোকৰ সেউজী মন সদায় ঠন ধৰাই ৰাখিব পাৰে, লহপহকৈ বাঢ়ি আহে ইয়াকে কামনা কৰিছোঁ। আজি আৰু এটি আনন্দৰ কথা মোৰ পক্ষে। তৰুণ-সমাজে আনজন "ডেকা ফুকনক" সম্বৰ্দ্ধনা জনাব খুজিছে যে মোৰ পক্ষে ইয়াতকৈ সুখৰ কথা আন একো হব নোৱাৰে। নিজে সম্বৰ্দ্ধিত হোৱাতকৈ "কটনিয়ানৰ" অন্যতম হিচাপে যে আমিও তেওঁক সম্বৰ্দ্ধনা জনাবলৈ সুযোগ পালোঁ, এই সুযোগ দিয়াত কটনিয়ানসকলক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

আজি আমাৰ মনত পৰিছে, সেই সময়ৰ তৰুণ শক্তিৰ প্ৰাণৰ কথা। যিসকল নেতৃস্থানীয় লোকে কলিকতাত চাইনবোৰ্ড চাই ফুৰিলেও, অসমীয়া ল'ৰাই বেছি জ্ঞান পাব বুলি ভাবিছিল, তেওঁলোকৰ ওপৰে ওপৰে কোৱা কথাৰ লগত তৰুণ সমাজৰ প্ৰাণে বিচৰা কথাৰ লগত কিমান পাৰ্থক্য।

চাইম বোৰ্ড নালাগে প্ৰেচিডেন্সী, স্কটিছ-চাৰ্চ্চ, বিদ্যাসাগৰ, ৰিপন, চেণ্ট-জেভিয়াৰ, চিটি কলেজৰ তিনি মহলাত বহি শিক্ষা পোৱা অসমীয়া ছাত্ৰসকলে "মহানগৰী"ৰ শিক্ষা চাহ এৰা দি, অচিন কাঠৰ ঠোৰাৰ দৰে ন-কৈ আৰম্ভ কৰা কটন কলেজত এক ৰকম বলেৰে দ্বিতীয় বাৰ্ষিক শ্ৰেণী খোলালে। এয়ে প্ৰমাণ কৰে তৰুণসকলৰ প্ৰাণে সমাজত কি বিচাৰে, কি পৰিবৰ্ত্তন আনিব খোজে, দেশাত্মবোধ তেওঁলোকৰ মানত কি বস্তু. এইবিলাক কথাৰ সূক্ষ্ম বিচাৰ নকৰি, নেতাসকলে "হাকিম হুকুম" হৈ কাম কৰিবলৈ যাওঁতেই সকলো প্ৰকাৰ লেঠা লগায়। যেতিয়া ডক্টৰ ৰমণে কটন কলেজত পদাৰ্পণ কৰি "ৰমণ—ৰে'ৰ পোহৰ দিছিল, তাত আমিও উপস্থিত থকাৰ সৌভাগ্য ঘটিছিল। তেতিয়া এই ফটা মুখতো এষাৰ কথা ওলাইছিল—"ছাত্ৰবৃন্দ ! তোমালোকে "ৰমণ-ৰে"ৰ বিষয়ে চৰ্চা কৰিছাহঁক। আজি সেই "ৰমণ-ৰে" তোমালোকৰ মাজত মূৰ্ত্তমান উপস্থিত। তোমালোকৰ সৌভাগ্য যে বেলিয়েও পোহৰাব নোৱাৰা তোমালোকৰ অন্তৰ এই "ৰমণ-ৰে" য়ে পোহৰাই পেলাব। কটন কলেজৰ চৌপাশে "ৰমণ-ৰে" বিয়পি পৰক ইয়াকে কামনা কৰিছোঁ।।" এইজন অদ্বিতীয় বৈজ্ঞানিকৰ বিষয়ে কৌতূহলজনক আৰু একাষাৰ কব খোজো। তাৰ কেইবছৰমান পূৰ্ব্বতে চিমলা ইমপিৰিয়েল হোটেলত তেওঁক নিজে উপযাচি চিনাকি দিওঁ। তেওঁ ৰসিক লোক। মোক ক'লে "কেনেকৈ মোক চিনি পালে ?" তেতিয়া আমি ক'লোঁ "শিক্ষাৰ গোন্ধ পোৱা এজনেও ডক্টৰ ৰমণ কোন জানে।" তেতিয়া তেওঁ আমাক কয়, "চাৰ চাহুল্লা থকা ঘৰটো মোৰ, তাক বেচিব খোজো, কোনো গ্ৰাহক উলিয়াই দিব পাৰিবনে ?" উত্তৰত ক'লোঁ, "অসমে পৰা হ'লে ডক্টৰ ৰমণক অসমৰ সম্পত্তি কৰি ৰাখিলেহেঁতেন। তাৰ বাবে অসমৰ্থ যদিও তেওঁৰ ঘৰটোৰেই থকা বাঞ্ছা কৰে। মই এই কামত আপোনাক সহায় কৰা দূৰৰ কথা, পাৰ্য্যমানে বাধা দিম।" তেতিয়া তেওঁ হাঁহি হাঁহি ক'লে, "ইয়ালৈকেহে খাটিলোঁ ?" আজি কটন কলেজ নিজে এটি আত্ম প্ৰতিষ্ঠিত বিশ্ববিদ্যালয়ৰ ঘণীভূত গাখীৰৰ সৰ-সোপাৰ দৰে মুখৰুচিকৰ হৈ উঠা নাইনে ? আশুতোষৰ বৰ ফলিয়া নাইনে ? চাৰ ৰমণে সেই দিনা যি পোহৰ দি থৈ গ'ল, সেয়ে আজি কটন কলেজৰ চৌপাশ পোহৰাই তোলা নাইনে ? তাৰ চাৰিওফালে বাণী মন্দিৰ আৰু জ্ঞানৰ শলিতা প্ৰজ্বলিত হৈ উঠা নাইনে ? আজি আমি ৯১ বছৰ বয়সত আগৰ আমি আছি সোমোৱা বাঁহৰ জাপ ডুৱাৰ দিয়া হোষ্টেলৰ কোঠাটো বিচাৰি উলিয়াবলৈ গ'লে পকৰাই পাব। সেই কালত দূৰৰপৰা জিলিকা

কটন কলেজৰ বিল্ডিংটো আজি পাচত চৌহদত সজা পৰ্বতাকাৰ বিল্ডিং বিলাকে গুচি পেলাইছে। আজি কামাখ্যাৰ শক্তিপীঠ পাৰ হৈ কটন কলেজৰ বীজটিয়ে প্ৰাগ্‌-জ্যোতিষপুৰৰ পুবে আৰু পশ্চিমে বিৰাট জ্ঞান পীঠ হৈ উঠিছে। এই কটন কলেজৰ প্ৰাক্তন ছাত্ৰ প্ৰাতঃস্মৰণীয় গোপীনাথ বৰদলৈৰ নেতৃত্বত গুৱাহাটী বিশ্ববিদ্যালয় লাচিতৰ শৌৰ্য্য-বীৰ্য্যৰে সাকৰা হৈ থকা পাণ্ডুত শৰাইঘাটৰ পাৰত প্ৰতিস্থাপিত হয়। কোৱা আছে; "তৰোৱালতকৈও কাঁপ চোকা।" এই বিশ্ববিদ্যালয়ৰ কাঁপে আজি লাচিতৰ তৰোৱালত চোক দিব পৰা হৈ উঠিছে। ইয়াৰেই কলম স্বৰূপ ডিব্ৰুগড়ত এজন ধনী ব্যৱসায়ীৰ ধনেৰে কানৈ কলেজ স্থাপিত হয়। পাচত সেই শিপাই বজা ভেঁটা বাগিচাৰ চাহপুলিৰ ঠাইত ডিব্ৰুগড় বিশ্ববিদ্যালয় গঁজি উঠে। "সেউজী বিপ্লৱৰ" ধ্বনি দেখাতে "কাকা আওয়াজ" বুলি কোৱাৰ ভয়ত, জানিবা শেহত, যোৰহাটত কৃষি বিশ্ববিদ্যালয়ো স্থাপন হ'ল। এই কথাই কি কয়? সেই সময়ত যদি "মাণিক-জগন্নাথ"ৰ নেতৃত্বত দূৰদৰ্শিতা নেথাকিলহেঁতেন তেন্তে, এই তিনিটা বিশ্ববিদ্যালয় হবলৈ হয়তো এতিয়া মানেহে নেতৃত্বৰ চকু পৰিলহেঁতেন।

একাশীবৈৰ বছৰীয়া কটন কলেজৰ ছাত্ৰ এজনে আজি ৭০ বছৰে এই কলেজৰ শিপা ডালৰ পৰাই অসমভূমি জুৰি শিক্ষাৰ বিস্তাৰ কিমান দূৰ হৈ উঠিছে, তাক চকুৰ আগত দেখিছে পূৰ্বৰ ইমান বিলাক অদূৰদৰ্শিতাৰ কথা সোঁৰৰাই দি, বৰ্ত্তমানতো এই সন্ধিক্ষণত দেশৰ নেতৃত্বৰ দোষত, ভৱিষ্যৎ বংশধৰসকলৰ কিমান অপকাৰ হব পাৰে, তালৈহে আঙুলিয়াই দিয়া হ'ল। যি তৰুণ শক্তিয়ে মহাত্মাৰ নেতৃত্বত লেখা-পঢ়া, ঘৰ-দুৱাৰ এৰি, কাৰাবৰণ কৰি নিৰ্য্যাতিত হৈ দেশ স্বাধীন কৰিলে, প্ৰাণান্তেও হিংসাৰ পথ নললে, আজি সেই তৰুণ শক্তিয়ে মহাত্মাৰ নাম লবলৈকো কিয় পাহৰিছে, মহাত্মাৰ জন্ম শতবাৰ্ষিকী পালন কৰি প্ৰেৰণা পোৱা নাই কিয়? অথচ তেওঁলোকৰ অন্তৰাত্মাই পাহৰা নাই। সিদিনা মহাত্মাৰ অন্যতম আত্মা "ক্ৰন্টিয়াৰ গান্ধী" আহোঁতে ছাত্ৰ শক্তিয়ে হিয়া উবুৰিয়াই তেওঁক সম্বৰ্দ্ধনা জনাই, তেওঁৰ মুখৰ দু-আষাৰ বাণী শুনিবলৈ ৰ'দত গাৰ ঘাম গাতে কেতিয়া শুকাইছিল, তালৈ অলপো ভ্ৰুক্ষেপ কৰা নাছিল! সেইদিনা Oldest Cottonian বুলি আমাকো অধ্যক্ষই এই ঋষি, পীৰ পয়গম্বৰজনৰ গলত মাল্য প্ৰদান কৰিবলৈ দি স্নেহ দেখুৱালে, তাৰ বাবেও আজি কটনিয়ান সকলৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

শেহত, সকলো দেশতে তৰুণ সকলৰ মাজত একেৰকম নহয় একেৰকম বৈপ্লৱী মনোভাব আহিছে কিয়, তৰুণসকল সংঘাতৰ মাজেদি গৈছে কিয়, এই বিষয়ে একেষাৰ কব খুজিছোঁ। মই বিশ্বাসেৰে কব খোজো—আগৰ বিপ্লৱ বিলাকৰ কথা কব খোজা নাই, এই বৈজ্ঞানিক যুগৰ আদৰ্শগত বিপ্লৱত লেনিন-গান্ধীয়ে ঐতিহাসিক কাৰণত উপায় এক নহ'লেও বিশ্ব মানৱতাৰ প্ৰকৃত মুক্তিৰ বাবে যি পথ দেখুৱাই গ'ল, তাৰপৰা জগতৰ জাতিসমূহে পূৰ্বৰ হাজাৰ হাজাৰ বছৰৰ মজ্জাগত দুৰ্বলতা, শোষণ-শাসনৰ স্পৃহা এতিয়াও এৰিব পৰা নাই। এজনৰেই হওক বা এমুঠিৰেই হওক, একনায়কত্বই হওক বা গণতন্ত্ৰই হওক, পুঁজিবাদীয়েই হওক বা সমাজবাদীয়েই হওক, প্ৰতিনিধিমূলক বা ডিকটেটৰীয়েল শাসনেই হওক, লেনিনৰ সংজ্ঞাত পোৱা ঠিক প্ৰলিটেৰীয়েট বা মহাত্মাৰ "জনতাৰ" শাসন কোনেও পূৰ্ণপৰ্য্যায়ত চলাব পৰা নাই। কিন্তু সেয়ে যুগৰ স্পষ্ট আহ্বান। তৰুণৰ মুক্ত প্ৰাণে তাক শুনিছে, বিচাৰিছে, সেয়ে মানৱধৰ্ম বুলি ধৰ্মবিশ্বাসৰ বস্তু কৰি তুলিছে। এই "যুগ বাণী" বিভিন্ন দেশত, বিভিন্ন ভাষাত প্ৰকাশ পাব পাৰে, বিভিন্ন ৰূপ ধাৰণ কৰিব পাৰে কিন্তু মৌলিক প্ৰভেদ একোৱেই নাই। ঠাই বুজি "জনতাৰ" সংজ্ঞা বিভিন্ন হব পাৰে। কিন্তু সাৰ্বজনীন জনতাৰ আদৰ্শগত প্ৰাপ্য একেটাই। আজি কলকাৰখানা বেপাৰীৰ দেশ ইংলণ্ডত জনতা বুলিলে তাত কাম কৰি জীৱিকা নিৰ্বাহ কৰা দুখকাৰী শ্ৰমিক শ্ৰেণী আৰু আমাৰ দেশত শতকৰা ৯০ জনেই খেতিবাতি কৰি খোৱা একে দুখকাৰী কৃষক শ্ৰেণী। মূলতে উভয় দেশৰ জনতাই দুখকাৰী। কোনো দেশতেই তেওঁলোকৰ অৰ্থনৈতিক সমস্যা সমবিতৰণৰ ভেটিত এতিয়াও সমাধান হোৱা নাই। ইয়াৰ সমাধান ক'ত বা কাহানি হব একে উশাহে কব পৰা বিধৰ উত্তৰ হব নোৱাৰে। মনে ধৰা এইখিনি কথাৰ উল্লেখ কৰাহে হ'ল, যাতে তৰুণ শক্তিৰ অস্থিৰতাৰ বিষয়ে চিন্তাশীল সকলে দ'কৈ চিন্তা কৰি চায়।

তৰুণ শক্তিৰ এই অব্যৱস্থিত চিত্তৰ বাবে, আজি কটনিয়ানসকলৰ বা অসমৰ তৰুণ শক্তিৰ সন্থহতে কি কৰা উচিত বুলি ভাবোঁ আৰু সদায় ভাবি আহিছোঁ সেই বিষয়ে এষাৰ কব খুজিছোঁ। সমস্যা বহুল অসম, বৃটিচৰ দিনতো যি দৰে শেহত চকু পৰা প্ৰদেশ আছিল, দেশ স্বাধীন হোৱাৰ পাচতো, সাংবিধানিক প্ৰায় স্বায়ত্ত শাসিত দেশৰ শাৰীলৈ ই নামি গ'ল। আনহাতে অসমৰ চাৰিউফালে শত্ৰুৰ দেশ। ওলাবলৈ কেৱল ঠুহাৰ মুখত সামান্য বাট এটা। তেনেস্থলত জলপথ স্থলপথ কোনোমতে সৰকিব পৰা।

আজি তেইশ বছৰে বাকীবিলাক প্ৰদেশৰ তুলনাত অসমত বেহা-বেপাৰ, কৃষি শিল্পৰপৰা দেশৰ "জনতা" কিমান-দূৰ উপকৃত হ'ল তাক নকলেও হ'ব। দেশৰ খনিজ সম্পদ মাটিৰ তলতে গেলিব লাগিছে, বনজ সম্পদ বনতে জহি খহি গৈছে। তেল খনিৰপৰা ওলোৱা গেছ দিনে কত লক্ষ টকাৰ এনেয়ে পুৰি পেলোৱা হৈছে, অথচ কেন্দ্ৰীয় গৱৰ্ণমেণ্টে দায়িত্বপূৰ্ণ ঘোষণা একোটা কৰি সমস্যাবিলাকৰ আন্দোলন বন্ধ কৰাই, পাচত আকৌ কথাৰ পৰা পিচলি পৰে। নিবনুৱাৰ সংখ্যা মুহূৰ্তে মুহূৰ্তে বাঢ়িছে, অথচ তেওঁ-লোকক সংস্থান দিব পৰা কোনো উল্লেখযোগ্য শিল্প বাণিজ্য, কল কাৰখানা হৈ নুঠিল। প্ৰতিশ্ৰুতি দি পূৰ্ণপৰ্য্যায়ৰ বিফাইনেৰী বিশেষজ্ঞৰ অমত সত্বেও বলেৰে বাৰুণীলৈ নিয়া হ'ল। আৰু এতিয়া দ্বিতীয় শোধনাগাৰৰ প্ৰতিশ্ৰুতি দিও নানা আপৈৰাহ দেখুৱাইছে। ব্ৰহ্মপুত্ৰত দ্বিতীয়খন দলং দিবলৈ দুই তিনি কৌটি টকা নাই। কিন্তু প্ৰায এবছৰৰ ভিতৰত বঙ্গদেশত ৬১৭ শ ৰাজনৈতিক হত্যাকাণ্ড হোৱাৰ পাচতো, গৱৰ্ণৰৰ শাসন হবলগীয়া অৱস্থাতো, সম্প্ৰতি নহলেও চলিব পৰা কলিকতা মহানগৰীত কৌটি কৌটি টকাৰ প্ৰজেক্ট বিচাৰিলেই পোৱা হৈছে। সেইবাবে আমি আপত্তি কৰা নাই। কেৱল অসমলৈ যে টকা নোলায় তাকেহে দেখুৱা হ'ল।

যি হওক অসমত কংগ্ৰেছে অন্য ৰাজ্যৰ দৰে ভাওনা নকৰি সসম্মানে দেশখন তেইশ বছৰে চলাই আহিছে। তেনে কংগ্ৰেছো দিল্লীৰ ক্ষমতা খকুৱা নেতৃত্বই দুফাল কৰি বিধান সভা, পাৰ্লিয়ামেণ্টত সভ্যসকলে, মন্ত্ৰীসকলে "কবদি" খেলিছে। দেশলৈ পিঠিদি মুখা-মুখি, হতা-হতিত একৰকম ব্যস্ত। এই সময়ত অসমৰ তৰুণ শক্তিয়ে নিজে নিজৰ ভৱিষ্যত গঢ়ি নললে অসমৰ ভবিষ্যত অন্ধকাৰ বুলি ভাবোঁ। মোৰ সমস্ত জীৱনৰ ৰাজনৈতিক অভিজ্ঞতাৰ-পৰা কব খোজো, মহাত্মাৰ আদৰ্শত অনুপ্ৰাণিত হৈ অসমৰ পঁচিশ হাজাৰ গাঁও,—ভাত কাপোৰ, থকা ঘৰ, স্বাস্থ্য আৰু সাধাৰণ শিক্ষা বিষয়ে সম্পূৰ্ণ স্বাৱলম্বী কৰি তুলিব লাগিব। তাকে কৰিবলৈ হ'লে অসমৰ তৰুণ শক্তি কোনো দলীয় ৰাজনীতিত থকা উচিত নহব। বৰ্তমান সময়ত তৰুণসকলৰ মাজতো যিমানবিলাক বিভিন্ন সন্থা হৈছে তাৰ মূলতে একো একোটা ৰাজনৈতিক দল আছে। ই কেতিয়াও তৰুণ অসমৰ সমস্যা সমাধান কৰিব নোৱাৰে। ইয়াতো প্ৰত্যেক সন্থাৰ নেতৃত্ব লোৱা কেইজনৰ উপকাৰ হব পাৰে। কিন্তু সমস্ত অসমৰ শিক্ষিত বা অশিক্ষিত তৰুণৰ সমস্যা কেতিয়াও সমাধান নহব। আমাৰ কথা কাৰো কাণত নোলোমাব পাৰে, কিন্তু ই ধ্ৰুৱ

সত্য বুলি ভাবোঁ। এই কথাও ঠিক—অসমত আজি কংগ্ৰেছৰ বাহিৰে প্ৰকৃত নেতৃত্ব দিব পৰা দল নাই। কিন্তু বিখণ্ডিত কংগ্ৰেছৰ নেতৃত্বত তৰুণ শক্তিও যদি বিখণ্ডিত হয়, সি মাৰাত্মক কথা হব বুলি কব খোজোঁ। গতিকে আজি তৰুণ শক্তিয়ে স্পষ্ট ভাষাত কোৱা উচিত—অসমত পূৰ্বৰ ৮৪ বছৰীয়া কংগ্ৰেছ অবিভক্ত হৈ থাকিব লাগিব। আৰু সেই কংগ্ৰেছে অতি শীঘ্ৰে মাটি সমস্যা সমাধান কৰিব লাগিব। অগণতান্ত্ৰিক উপায়ে যিসকল লোকে বলেৰে মাটি দখল কৰিবলৈ ওলাইছে তাক বন্ধ কৰিবলৈ হ'লে সন্ত বিনোৱাৰ "গ্ৰামদান" নীতি কংগ্ৰেছে গ্ৰহণ কৰি কাম হাতত লওক। মাটি বলেৰে দখল কৰা বন্ধ কৰক। নহ'লে অসমৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে অসমৰ স্থায়ী বাসিন্দা সকলো শ্ৰেণীৰ তৰুণ শক্তিক এক ভাবাপন্ন কৰি তৰুণ অসম পাৰ্টি এটা গঠন কৰি নিজৰ ভৱিষ্যত নিজে গঢ়িবলৈ নিষ্ঠাৰে, আত্মবিশ্বাসেৰে, সম্পূৰ্ণ অহিংস উপায়েৰে আৱশ্যক হ'লে অসহযোগ আন্দোলনেৰে আগবাঢ়ক ; তেতিয়াহে তৰুণ অসমৰ ভৱিষ্যত সংৰক্ষিত হব বুলি মই বিশ্বাস কৰোঁ।।

আজি এই সুদীৰ্ঘ জীৱনৰ শেষ সময়ত, যি অভিজ্ঞতা লাভ কৰিলোঁ। আৰু ৰাজনৈতিক ক্ষমতাৰ যি অপপ্ৰয়োগ আৰু নিজ স্বাৰ্থ সিদ্ধিৰ পথ সুগম কৰা দেখিলোঁ, আনহাতে শাসন-শোষণকাৰীসকলৰ বিপক্ষে কতকালে নিৰ্য্যাতিত জাতিসমূহে প্ৰাণত যি একত্ববোধ অনুভৱ কৰিছে, তাৰে চাই বিশ্ব-শান্তিৰ আগবাৰ্তা যুগবাণী হিচাপে আহিছে বুলি বিশ্বাস কৰোঁ।। এই সন্ধিক্ষণত পৃথিৱী ব্যাপি এটি বিপ্লৱ আহিবই। সেই বিপ্লৱ এইবাৰ মনীষাৰ বিপ্লৱ হ'ব। মানৱ চৰিত্ৰৰেই বিপ্লৱ আনিব লাগিব। যান্ত্ৰিক যুগৰ অবৈজ্ঞানিক সভ্যতাৰ মুখা খহি পৰিবৰ সময় উপস্থিত। নিৰ্মম নিষ্ঠুৰ যান্ত্ৰিক দৈত্যৰ মুখ ওলাই পৰিব। সেই দৈত্য বধ ভাওনা হবই হ'ব।

প্ৰাণে কৰলৈ বিচৰা জীৱনৰ শেষ মুহূৰ্তত এইখিনি কথাৰে কটনিয়ান সকলৰ সম্বৰ্দ্ধনাৰ প্ৰতি সম্বৰ্দ্ধনা জনাই, নবাগত সকলকো আদৰণি জনাই, তৰুণ অসমৰ উজ্বল ভৱিষ্যত কামনা কৰি,—তাকেই বুকুত বান্ধি লৈ শেষ নিশ্বাসৰ লগত লৈ যাবলৈ বাট চাওঁ।

সৰ্বশেষত মোৰ প্ৰাতঃস্মৰণীয় সেই কালৰ অধ্যক্ষ চুদমাৰ্চন চাহাব, চুনীলাল দে, ইন্দুভূষণ ব্ৰহ্মচাৰী, পৰেশনাথ সংস্কৃতাধ্যাপক, চামছুল মৌলানা পণ্ডিত চাহাব প্ৰমুখ্য শিক্ষাগুৰু—যিসকল আজি ইহজগতত নাই তেওঁলোকলৈ নতজানু হৈ শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি, যিসকল সহপাঠী আৰু কৃতবিদ্য কটনিয়ান আজি আমাৰ মাজত নাই তেওঁলোকৰ আগত জ্ঞানৰ অধিকাৰী আত্মালৈ

শ্ৰদ্ধাঞ্জলি যাচি, যিসকল বিশ্ববিশ্ৰুত মনীষী আৰু দেশবৰেণ্য লোকে কটনিয়ান সকলক প্ৰেৰণা যোগালে তেওঁলোকৰ পবিত্ৰ স্মৃতি প্ৰাণত অনুভৱ কৰি, নতুন-পুৰণি কটনিয়ানসকলৰ স্নেহাৰ্দ্ৰ নয়ন এই নীৰস বুকুত সানি, অভ্যাগতসকলক নমস্কাৰ জনাই, সিদিনা ছাত্ৰ শক্তিক বিজন ফ্ৰন্টিয়াৰ গান্ধীয়ে সশৰীৰে অহা মহাত্মা গান্ধীৰ বাণী শুনাই থৈ গ'ল, সেয়ে যেন তৰুণ অসমৰ প্ৰাণ উদ্বেলিত কৰে, সিক্ত কৰে, শান্তি দিয়ে,........, মানৱ ধৰ্মৰ বিশ্বাস হৃদয়ত বদ্ধমূল কৰে তাকে লৈ আত্মতৃপ্তি লাভ কৰিছে। জয়তু কটনিয়ান। জয়তু তৰুণশক্তি ।। জয় হিন্দ্‌, জয়জগত ।।।

---

# ॥ উদ্ধৃতি ॥

“মোৰ জীৱনত তোমালোকৰ মাজত গোটেই জীৱনটো একৰকম কটাই আহিছোঁ। এতিয়া কটাম যি কেইটা দিন আছোঁ। তোমালোকে মোক নমনাও নহয়, মানাও ; কিন্তু তোমালোকে গোটেইখিনি ৰক্ষা কৰিব নোৱাৰা। বা মযেই কওঁতে ঠিকমতে হয়তো তোমালোকৰ অন্তৰত সোমাই কব পৰা নাই—হব পাৰে। কিন্তু মোৰ অন্তৰৰ এইটোৱে কথা যে, তোমালোকৰ বাহিৰে দেশ অইনে গঢ়িব নোৱাৰে। এইটো সকলো ঠাইতে। নল মৰে গজালি উঠে। গজালিটো আগৰ নলডালৰ দৰে shape নলব পাৰে, অলপ বেলেগ হব পাৰে। কিন্তু সেই শক্তি তাৰ পৰা আহিবই। আকৌ সি মৰিব, আকৌ এটা আহিব। কাজেই মানুহৰ জাতি এটা জীয়াই থাকে **next generation**-অত। জাতি এটা অমৰ সেই **sense**-অত। কাৰণ মানুহটোতো মৰিবই। ধৰা ১০০ বছৰত। মইয়েই ১০০ বছৰ থাকিলোঁ যেনিবা। তাতকৈতো নহয়। তেন্তে মোৰ সময় গ'ল। কাজেই মই জীয়াঁই থাকিম ক'ত ? তোমালোকৰ হাতত। মই মৰি গলে যদি মোৰ আদৰ্শত মই কোৱা কথাখিনিক যদি তোমালোকে স্মৰণ কৰি পেলাই সেই মতে কাম কৰিবলৈ দৰ্কাৰ বুলি ভাবা তেতিয়াই মই জীয়াই আছোঁ। আৰু মোৰ কথাখিনিয়ে যদি তোমালোকৰ উপকাৰ নকৰিলে, অপকাৰেই কৰিলে সেই মুহূৰ্ত্ততে মই মৰিলোঁ। সেইটো দেখা কথা। কাজেই জাতিটো জীয়াই থাকে এই নতুনকৈ উঠি অহা ডেকা শক্তিত। কাজেই তোমালোকৰ তৰুণ শক্তিটো নিশকতীয়া নকৰিবা। নিজৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক দুৰ্ব্বলতাৰে নিজৰ তৰুণ শক্তিটোক বিকল নকৰিবা, বিকলাঙ্গ নকৰিবা। আৰু তোমালোকৰ ভবিষ্যত সদায় উজ্জ্বল – এইটো বিশ্বাসেৰে কাম কৰিবা। মনৰ আনন্দ, শৰীৰৰ শক্তি আৰু নৈতিক স্থিৰতা এই তিনিটাই হৈছে জীৱন। তিনিটাৰ ভিতৰতে জীৱন গঢ়িলে সেই জীৱন বহুদিন, যি কেইদিন থাকক, অশান্তিত নাথাকে, অস্বস্তি বোধ নকৰে। শাৰীৰিক, মানসিক, আধ্যাত্মিক কোনো ব্যাধিয়ে ধৰিব নোৱাৰে। এইটোৱেই মোৰ কবলগীয়া কথা। বহুত সময় ললোঁ—আৰু নকোৱাই ভাল।”

বাগ্মীবৰ নীলমণি ফুকন।

---

(“বিশ্ব-শান্তি পৰিষদত ককা—বাৰ্লিনত কি দেখিলো”—শ্ৰীপবিত্ৰ তালুকদাৰে, প্ৰকাশ কৰা কিতাপখনৰ পৰা উদ্ধৃত।)